## উচৰ্গা

দেশমাতৃৰ সেৱাৰ মন্ত্ৰত দীক্ষিত হৈ যি সকলে আত্মত্যাগেৰে দেশৰ কল্যাণৰ পথ মুকলি কৰিছে, সেই সকল পুণ্যাত্মাৰ পবিত্ৰ স্মৃতিত ❋ ❋

**GHAR CHIRIKAR KANDON**

A Collection of Short Stories written by Basanti Baruah and Published by Rongpur Sahitya Sabha, Sibsagar, Price Rupees Ten only.


প্ৰকাশক : ৰংপুৰ সাহিত্য সভা, শিৱসাগৰ।

প্ৰথম প্ৰকাশ : জুলাই, ১৯৮০ চন।

প্ৰচ্ছদ আৰু অঙ্গসজ্জা : শ্ৰীসন্দীপ বৰুৱা।

মুদ্ৰক : শ্ৰীশান্তি ৰঞ্জন সৰকাৰ, হেমকোষ প্ৰেছ, শিৱসাগৰ।

পৰিবেশন : ৰংপুৰ সাহিত্য সভা, শিৱসাগৰ।


মূল্য : দহ টকা মাত্ৰ

## প্ৰাসঙ্গিক :

এই চুটিগল্প সংকলনটি ৰংপুৰ সাহিত্য সভাৰ অষ্টম প্ৰকাশন আৰু চুটিগল্প সংকলন প্ৰকাশৰ দ্বিতীয় প্ৰয়াস। শ্ৰীযুতা বাসন্তী বৰুৱা মহিলা লিখিকা হিচাবে অসমত সুপৰিচিতা আৰু চুটিগল্পৰ লিখিকা হিচাবে সুপ্ৰতিষ্ঠিতা। লিখিকাৰ স্বনিৰ্বাচিত গল্প সমূহৰ এইটো প্ৰথম সংকলন।

সাম্প্ৰতিক কালত অসমীয়া সাহিত্যত চুটিগল্পই বিশেষ অগ্ৰগতি লাভ কৰা দেখা গৈছে। অসমীয়া ভাষাত চুটিগল্পৰ প্ৰবৰ্ত্তক ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ দিনৰ পৰা আৰম্ভ হোৱা অসমীয়া চুটিগল্পই সম্প্ৰতি বিভিন্ন পৰীক্ষা-নিৰীক্ষাৰ মাজেদি আহি সাহিত্য-সচেতন অসমীয়া পাঠক-গোষ্ঠীৰ অন্তৰ জয় কৰিবলৈ সমৰ্থ হৈছে। বিশেষকৈ দ্বিতীয় মহাসমৰৰ পিচৰ আৱাহন, ৰামধেনু আদি যুগত সৃষ্টি হোৱা লিখক-লিখিকা সকলে চুটিগল্পক ল'ৰা, বুঢ়া, ডেকা সকলোৰে মাজত জনপ্ৰিয় কৰি তুলিলে। ইয়াৰ মূল কাৰণ হৈছে ইয়াৰ বিষয় বস্তু, ৰচনা-ৰীতিৰ অভিনৱত্ব আৰু তীব্ৰ আবেদন। কলা-কৌশলৰ বিচাৰত বহুতো অসমীয়া গল্পই বিশ্বৰ বিভিন্ন দেশৰ লিখক-গোষ্ঠীৰ সমপৰ্য্যায়লৈ উঠিবলৈ সমৰ্থ হৈছে আৰু বিশ্বৰ বিভিন্ন প্ৰান্তত প্ৰচলিত আধুনিক চুটিগল্পৰ মূল সুঁতিটোৰ লগত অসমীয়া চুটিগল্পৰ ধাৰাটোও একাত্ম হৈ পৰাটো সঘনে পৰিলক্ষিত হৈছে। অসমীয়া সাহিত্যৰ ক্ৰমবিকাশৰ ক্ষেত্ৰত ই এটা শুভলক্ষণ।

শ্ৰীযুতা বৰুৱা, ৰামধেনু, অসমবাণী, নৱযুগ, মণিদীপ, অসম বাতৰি আদিয়ে সৃষ্টি কৰা লিখক-লিখিকা সকলৰে অন্যতম। তেখেত সমাজ-সচেতন লিখিকা। তেখেতৰ গল্পসমূহতো সাম্প্ৰতিক কালৰ চুটিগল্পৰ ৰূপৰ ( Form ) সম্যক উপলব্ধি কৰা যায়। বিভিন্ন পটভূমিত লিখা গল্পসমূহ কলা-কৌশল আৰু সুখপাঠ্যতাৰ বিচাৰত উচ্চ মানৰ হৈছে বুলি কোৱাৰ সমল আছে। গল্পসমূহত জাতি, সমাজ, ব্যক্তি চৰিত্ৰ, মনস্তত্ব, শ্ৰেণীবৈষম্য, স্ত্ৰীজাগৰণ, অৰ্থনৈতিক সমস্যা আদিৰ প্ৰকাশ তাৎপৰ্যপূৰ্ণ ৰূপত প্ৰতিফলিত হৈছে।

বৰ্ত্তমানৰ প্ৰগতিশীল সাহিত্যত এইবোৰৰ মূল্য অনস্বীকাৰ্য। লিখিকাৰ স্বকীয় কথনৰীতিৰ বৈশিষ্টৰে সমুজ্জ্বল এই ৰচনা-শৈলীত এক বিশেষ আকৰ্ষণ লক্ষ্য কৰা যায়। সেয়েহে "ঘৰচিৰিকাৰ কান্দন" পুথিখনৰ গল্পসমূহ অসমীয়া সাহিত্যৰ এক উল্লেখযোগ্য সংযোজন হ'ব বুলি আশা কৰি আমি পাঠক সমাজলৈ বিনীত ভাবে আগ বঢ়ালোঁ।

গল্পসমূহৰ ওপৰত এটা দৃষ্টিপাত আগবঢ়াই সংকলনটিৰ গুৰুত্ব বৃদ্ধি কৰাৰ কাৰণে সুপ্ৰতিষ্ঠিত গল্প লিখক শ্ৰীইমৰান শ্বাহ আমাৰ ধন্যবাদৰ পাত্ৰ। সংকলনটি প্ৰকাশৰ ক্ষেত্ৰত ৰংপুৰ সাহিত্য সভাৰ সভাপতি শ্ৰীযোগেন চেতিয়া, শিৱসাগৰ জিলা সাহিত্য পৰিষদৰ সাধাৰণ সম্পাদক শ্ৰীকৃষ্ণকুমাৰ মিশ্ৰই উল্লেখনীয় সহায়-সহযোগ আগবঢ়াইছে। ৰংপুৰ সাহিত্য সভাৰ কাৰ্যকৰী সমিতিৰ সদস্যসকলৰ দিহা-পৰামৰ্শও স্মৰণযোগ্য। এই সকলোটিলৈকে আমাৰ সশ্ৰদ্ধ কৃতজ্ঞতা জনালোঁ।

বিশেষ আগ্ৰহ সহকাৰে অতি কম সময়ৰ ভিতৰত পুথিখনি ছপা কৰি দিয়া বাবে হেমকোষ প্ৰেছৰ গৰাকী শ্ৰীঅজিত বৰুৱালৈও আমাৰ শলাগ জনাইছোঁ।

অৱশেষত বেটুপাত আৰু অঙ্গসজ্জাৰ কামখিনি শিশু-শিল্পী শ্ৰীমান সন্দীপ বৰুৱা (মান্না) ই কৰি দিয়াৰ বাবে তেওঁক কৃতজ্ঞতা জনোৱাৰ উপৰিও তেওঁৰ শিল্পী-জীৱনৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিলোঁ।

ৰংপুৰ সাহিত্য সভাৰ পূৰ্ব্ব-প্ৰকাশন সমূহক পাঠক আৰু সমালোচক সকলে যি সমাদৰ দেখুৱাই আহিছে "ঘৰচিৰিকাৰ কান্দনে"ও সেই সমাদৰ লাভ কৰিব বুলি আশা কৰিলোঁ।

শ্ৰীদ্ৰোণ কলিতা

সম্পাদক
ৰংপুৰ সাহিত্য সভা
শিৱসাগৰ।

শিৱসাগৰ
১৪ এপ্ৰিল, ১৯৮০

# শ্ৰীবাসন্তী বৰুৱাৰ গল্প : এজন পাঠকৰ দৃষ্টিৰে

মুই সদায়েই এজন সাধাৰণ পাঠক। সমালোচকৰ ভূমিকাত কাহানিও নমাৰ প্ৰয়োজন হোৱা নাই। প্ৰয়োজন অনুভৱ কৰাও নাই। ৰসাস্বাদনত পাঠকৰ যি সুবিধা এজন সমালোচকৰ সেয়া কম। সেইকাৰণেই শ্ৰীযুতা বৰুৱাৰ গল্পৰ বিষয়ে কিবা লিখিবলৈ লৈ অসুবিধাত পৰিছোঁ। ভাবিছোঁ, পাঠক হিচাবে যি মই পাইছোঁ তাকে কোৱাই ভাল। কাৰণ, লিখা আচলতে জীয়াই থাকে পাঠকৰ মাজত, সমালোচকৰ গধুৰ লিখাৰ মাজত নহয়। শ্ৰীযুতা বৰুৱাৰ গল্পত এই গুণটো, পাঠকক আকৰ্ষিত কৰিব পৰা গুণটো আছে আৰু তাৰ কথাই মই ক'ব খুজিছোঁ।

বোধহয়, ১৯৬৪ চনতে তেওঁৰ গল্প মই প্ৰথম পঢ়োঁ আৰু সেই বছৰৰ "বছৰৰ গল্প"ত তেওঁৰ "হৃদয়ৰ দাম" সন্নিবিষ্ট কৰা হয়। কিন্তু মই বিশেষ ভাবে আকৃষ্ট হওঁ ১৯৬৫ চনত প্ৰকাশিত "ঘৰচিৰিকাৰ কান্দন" গল্পৰ দ্বাৰা। সেই সময়তে মই "ঈশ্বৰীৰ থাবা" আৰু "মুমূৰ্ষু পৃথিৱী" নামৰ দুখন বঙলা কিতাপ পঢ়ি বৰ অভিভূত হৈছিলোঁ। পিচৰখন পঢ়ি হেনো ৰবি ঠাকুৰেও কান্দিছিল। অভি-ভূত হ'লেও মই জানো তাত আৱেগৰ মাত্ৰা পাৰ-ওপচা। আৰ্টৰ মাত্ৰা কম। কিন্তু সমসাময়িক ভাবে "ঘৰচিৰিকাৰ কান্দন" গল্প পঢ়ি মই বিস্মিত হৈছিলোঁ। 'এগৰাকী ধাৰ্ম্মিক বৃদ্ধাই শেষ ৰাতি মুড়ি চোবাইছে'। 'কেইটামান বিপ্লৱী ল'ৰাই পানদোকানখন বন্ধ কৰাৰ আগতে নিজে তামোল খাই লৈছে ( অৱশ্যে পইচা দি! )'। 'খাবলৈ নেপাই কন্দা কেঁচুৱাটো অৱশেষত শুই পৰিছে'। ইত্যাদিৰ মাজত জাতি-সমাজ-ব্যক্তি চৰিত্ৰৰ ক্ষণিক প্ৰকাশ বৰ সুন্দৰ আৰু তাৰ মাজত লুকাই থকা শাণিত ব্যঙ্গ বৰ চোকা। শ্ৰীযুতা বৰুৱাই

এইবোৰ ভাবি-চিন্তি নিলিখে। কলমৰ আগত নিজেই ওলাই পৰে। সেয়াই বোধহয় সৃজনী প্ৰতিভা। সন্নিবিষ্ট প্ৰায়বোৰ গল্পতে এইবোৰ আছে। এইখিনি আৱিষ্কাৰ কৰিবলৈ সমৰ্থ নহ'লে লিখিকাৰ গল্পত আচলতে প্ৰৱেশ কৰা নহয়। কিন্তু জগতে মনত ৰখা প্ৰয়োজন, তেওঁ কোনো ধৰণৰ মতবাদৰ ওচৰত নিজকে সমৰ্পণ কৰা নাই। পুৰণি অৰ্থতে বোধহয় তেওঁ শিল্পী হৈ থাকিব খোজে। মানৱীয়তা আৰু সহানুভূতিকে মূলধন কৰি লিখিবলৈ বহোতে মনটোক তেওঁ আৰ্চিৰ দৰে ৰাখে, য'ত জুই আৰু তুষাৰ দুয়োটাই প্ৰতিবিম্বিত হয়, কিন্তু আৰ্চি সদা স্পৰ্শকাতৰ হৈয়ে থাকে।

কাৰিকৰী দিশত শ্ৰীযুতা বৰুৱা বৰ সচেতন নহয়। কোনো শৈল্পিক ৰীতিৰ প্ৰযত্ন অনুশীলন তেওঁৰ লিখাত নাই। ই অৱশ্যে ভালৰ বাবেই হৈছে। গল্পবোৰত আড়ম্বৰো নাই কৃত্ৰিমতাও নাই। বহা-কোঠাত বন্ধু মানুহৰ অন্তৰঙ্গতা আৰু আন্তৰিকতাখিনি কিন্তু আছে। মই সোধা নাই, কিন্তু মোৰ ধাৰণা লিখিকাই চৈয়দ আব্দুল মালিক, শ্ৰীযোগেশ দাস আৰু শ্ৰীভবেন শইকীয়াৰ গল্প ভাল পায়। হয়তো চেকভ্, চাকি আদিৰ গল্পও তেওঁ পঢ়িছে। সেয়ে তেওঁৰ গল্পত এওঁলোকৰ-গল্পৰ আঙ্গিকৰ আকস্মিক প্ৰভাৱ অনুভূত হয়। সহজ সৰল ভঙ্গিত হৈ থকা এটা গল্পত শেষত হঠাৎ এটা প্ৰচণ্ড আঘাত দি পাঠকৰ চকুৰ আগত সত্যৰ দুৱাৰ খুলি দিয়াৰ কৌশল লিখিকাই সফলভাৱে ব্যৱহাৰ কৰিছে।

আজিকালি সামাজিক দায়বদ্ধতাৰ প্ৰসঙ্গ উল্লেখ নকৰাকৈ গল্পৰ আলোচনা নকৰাটো এটা ৰীতিৰ দৰে হৈছে। অৱশ্যে দায়বদ্ধতা প্ৰসঙ্গৰ এটা মীমাংসা নৌ হয় অথন। মোৰ এই লিখা তেনে প্ৰসঙ্গৰ অৱতাৰণা বা আলোচনাৰ বাবে নহয়। কিন্তু বৰ্ত্তমান গ্ৰন্থত লিখিকাই কেইটামান গল্পত কিছুমান জ্বলন্ত আৰু জৰুৰী সামাজিক সমস্যা উত্থাপন কৰিছে। শ্ৰেণী বৈষম্য, ধৰ্ম্ম আৰু মন, অৰ্থনৈতিক সমস্যা, এনেধৰণৰ বিষয়কে লৈ অনেক

গৰম গৰম কথা কৈ গল্প লিখি প্ৰগতিবাদী হোৱাৰ দাবী আজিকালি চলিছে। বাসন্তী বৰুৱাৰ 'বেৰ' 'ঋণ' 'ভগ্নী' 'সুচিত্ৰাৰ সপোন' 'বন্ধ বতাহ' এনেবোৰ গল্পত অনুৰূপ কথাবস্তু উত্থাপিত হৈছে। কিন্তু শ্ৰীমতী বৰুৱাই গল্পবোৰক শিল্প-মণ্ডিত কৰাতে নিজক আবদ্ধ ৰাখিছে। সমাধান দিয়াৰ চেষ্টাও নাই, কোনো উম্মাও নাই। এই সংযমে তেওঁৰ গল্পক এটা ধ্ৰুপদী আবেশ দিছে।

মনস্তত্বক লৈ খেলা কৰাৰো এটা হাবিয়াস তেওঁৰ আছে। কিন্তু সেই দিশত অধিক মনোযোগ দিয়া নাই। 'অন্যৰূপা' 'ত্ৰিকোণী' আদি গল্পত মনস্তাত্বিক সমস্যা আছে। কিন্তু সিবোৰতো শিল্পৰ দিশটোৰেই প্ৰাধান্য পাইছে। 'সম্ৰাট' 'মান্নত' আদি গল্পক বিমূৰ্ত্ত শৈল্পিক গল্পই ক'ব পৰা যায়। মহিলা লিখিকা হিচাবে তেওঁৰ গল্পত বিশেষ লক্ষণীয় একো নাই। আৰম্ভতেই মই কৈছোঁ তেওঁৰ মন আৰ্চিৰ দৰে। তাত সকলো প্ৰতিবিম্বিত হয়। নিজক দক্ষতাৰে বিচ্ছিন্ন ৰাখিব পাৰে। 'মানিনী চৌধুৰী' গল্পত নাৰী স্বাধীনতাক বিশ্লেষণ কৰা হৈছে। কিন্তু 'সুচিত্ৰাৰ সপোন'ৰ সপোনটো মাৰাত্মক। লিখিকাই এই সপোনটো বৰ তাৎপৰ্যপূৰ্ণ ৰূপত ব্যৱহাৰ কৰিছে। "আবৰ্ত্তন" নামৰ গল্পটোত অদৃষ্টবাদ প্ৰকাশ পাইছে, যিটো শ্ৰীযুতা বৰুৱাৰ আন গল্পৰ লগতে একেলগে বিবেচনা কৰিবলৈ কিছু অসুবিধা।

শ্ৰীযুতা বাসন্তী বৰুৱাই আজিকালি কম লিখে। কম লিখাত আপত্তি নাই, কিন্তু লিখি থকা উচিত। কাৰণ অসমীয়া সাহিত্যত তেওঁ কৰিব পৰা আৰু কৰিব লগা বহুত কামেই আছে।

(ইমৰান শ্বাহ)

১০ ফেব্ৰুৱাৰী, ১৯৮০।

শিৱসাগৰ।

মোৰ স্বলিখিত আৰু বিভিন্ন সময়ত বিভিন্ন আলোচনী, বাতৰি-কাকত আদিত প্ৰকাশিত ষোলটা ভিন্নস্বুৰী গল্পৰ এই সংকলনটি পাঠক সমাজলৈ আগ-বঢ়ালোঁ। আগ্ৰহ সহকাৰে সংকলনটি প্ৰকাশৰ দায়িত্ব বহন কৰাৰ বাবে শিৱসাগৰৰ "**ৰংপুৰ সাহিত্য সভা**"লৈ মোৰ সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

সংকলনটিয়ে পঢ়ুৱৈ সমাজৰ আদৰ পালে সুখী হ'ম।

—লিখিকা—

## গল্পসমূহৰ আঁত :

# ঘৰচিৰিকাৰ কান্দন

পেকিং বাকচটোৰ ওপৰত তামোল-পান-বিড়িৰ পোহাৰ মেলি মই কেতিয়াই বহিলোঁ— ক'তা এতিয়াও এটিও গ্ৰাহক ওলাব নাপায়নে ? আজি মোৰ একো বিক্ৰি নহয়, মই ঠিক বুজিছোঁ। আজি বোলে হৰতাল। কেইবাদিনৰ আগৰপৰা মাইক লৈ কোনোৱে কোনোৱে চিঞৰি ফুৰিছে— অমুক তাৰিখে হৰতাল পালন কৰক, খাদ্যৰ চৰাদাম কমাবলৈ হৰতাল পালন কৰক। কতদিন কতটা হৰতাল পালন কৰিলোঁ— ক'তা আমাৰনো ভাগ্য কোনদিনা মুকলি হ'ল ! ৰিফাইনেৰিৰ কাৰণে তাহানিতে হৰতাল পালন কৰিলোঁ, আমিনো পালোঁ কিটো ? আমাক বাৰু নালাগে। আমাৰ নিচিনা পঢ়া-শুনা নজনা মূৰ্খই কিবা বিচৰাও ভুল— কতবোৰ উপযুক্ত লোক দেখিলোঁ— ক'তা তেওঁলোকৰ ভাগ্যতে বা কিটো মিলিল। ভাষাৰ কাৰণেও হৰতাল পালন কৰিলোঁ। মোৰ পিতৃ-পুৰুষ বিহাৰৰ মানুহ আছিল। এতিয়া মই সম্পূৰ্ণ অসমীয়া হৈ গলোঁ। বিহাৰত থকা মোৰ আপোন মানুহকো মই এতিয়া চিনি নাপাওঁ। আমাৰ ঘৰৰ ভাষা হিন্দীৰ ঠাইত অসমীয়া কেতিয়াবাই হৈ গ'ল। এই অসমীয়া ভাষাক ৰাজ্যভাষা কৰিবলৈকো আমি হৰতাল পালন কৰিলোঁ। বৰ হাঁহি

উঠে। নিজৰ ঠাইত নিজৰ ভাষাটো চলাবলৈকো হৰতাল পালন কৰা কথাটো বৰ হাঁহি উঠা কথা। হৰতাল কৰা দিনকেইটাত বাটে বাটে কামলৈ যোৱা মানুহক বাধা দিছিলেঁ।। দেশৰ স্বাৰ্থৰ কাৰণে নিজৰ ক্ষুদ্ৰ স্বাৰ্থ বিসৰ্জন দিবলৈ মানুহবোৰক বুজনি দিছিল কিছুমানে। আমিও বুজি পাইছিলোঁ। ময়ো কামলৈ নোযোৱাকৈ আছিলোঁ আৰু আবেলিৰ মিটিং শুনিবৰ বাবে অতি আগ্ৰহেৰে গান্ধী-ময়দানত গৈ বহি আছিলোঁগৈ, বৰষুণৰ বেয়া বতৰকো আওকাণ কৰি। কিন্তু মোৰ আজি সেই আগৰ হৰতাল, কৰাৰ আগ্ৰহ কেতিয়াবাই নাইকিয়া হৈ গ'ল। মই আজি আহি এইদৰে তামোল-পানৰ পোহাৰ আগত মেলি নবহিলে মোৰ ঘৰৰ আজি সকলো লঘোনে থাকিব লাগিব। আনে হৰতাল কৰিলেও মই আৰু বহি থাকিব নোৱাৰেঁা আজি। ঘৰত মোৰ বয়সস্থা মা আছে, পত্নী আছে আৰু চাৰিটা আধাপেটীকৈ থকা ল'ৰা-ছোৱালী আছে। সিহঁতক আজিও মই কেনেকৈ নোখোৱাকৈ থ'ম? কালি দোকানত চাউল কিনিবলৈ গলোঁ, মহাজনে চাউল বেচি শেষ হৈ গ'ল বুলি ক'লে। অথচ মই শুদা হাতেৰে ঘূৰি দোকানৰ বাৰান্দাত থিয় হৈ কি কৰোঁ ভাবি থাকোঁতেই আমাৰ ইয়াৰ এজন অফিচাৰৰ ঘৰৰ চাকৰটো আহিলত তাঁক দহ কে জি চাউল স্লিপখন চায়েই দি দিলে। বস্তুবোৰ তেতিয়া হ'লে দোকানত আমাৰ নিচিনা দৰিদ্ৰৰ বাবেহে নাইকিয়া হয়? বক্ বক্ কৈ মোৰ মুখৰ ভিতৰত থকা ঘিঁউখিনি উতলি উঠিল। আমি যে বৰ দুৰ্বল, আমি একো কৰিব নোৱাৰোঁ। লাহে লাহে মোৰ খংটো বেজাৰলৈ ৰূপান্তৰিত হ'ল। চকুকেইটা মোৰ সেমেকি গৈছিল। তথাপি মনলৈ সাহ গোটাই মই আন এখন সৰু দোকানলৈ সোমাই গ'লো। দোকানীয়ে ভোৰ্ ভোৰাই নিজে নিজে বকি আছিল— চালা আমাৰ দোকান খানা-তালাচ কৰিবলৈ আহে। কি পালে···! মই চব দেখি আছোঁ নহয় ইয়াৰ পৰা। দত্তৰ দোকানত দেখোন দত্তৰ লগত এযাৰ মিঠা

কথা কৈয়ে ওলাই আহিল, সোমাই যাবলৈ সাহ নহ'ল! —এইবাৰ মোলৈ চাই কলে, "বুজিছ নাৰায়ণ, আমি জানো কোনে ক'ত কি লুকুৱাই থৈছে। কিন্তু সদায় চাই থাকিবি সৰু মাছবোৰৰহে মৰণ মিলে, ডাঙৰবোৰ ওপৰে ওপৰে সাৰি যায়।"

"বাৰু বাৰু, মোক চাউল দিয়া— আছে নে নাই?"

"আছে, থাকিলে আমি নাই বুলি নকওঁ। কিন্তু একি-লোতংক বেছি দিব নোৱাৰোঁ আজি। কালিলৈ যদি দোকান খুলিব পাৰোঁ, লাগিলে লৈ যাবিহি।"

একিলো চাউলেৰে মোৰ কথমপিও নহয়গৈ সেইটো কথা মই জানোঁ। তথাপি এই একিলোকে নিব লাগিব। সেই কিলো চাউলকে সকলোৱে আধাপেটীকৈ খাই আমি কালি ৰাতিটো কটাই দিলোঁ। আজি যদি মই কিবা এটাও বেচিব নোৱাৰোঁ তেন্তে আকৌ আজিও নোখোৱাকৈ থাকিব লাগিব। মই বিক্ৰি কৰিবই লাগিব হৰতাল হ'লেও। মাকৰে সৈতে তামোল কাটি দিওঁতে মোৰ সৰু ছোৱালীজনীয়ে কটা পান জাপি জাপি মোক কৈছিল, "দেউতা আহোঁতে চাউল আনিবি দেই।" যিটো বয়সত ল'ৰা-ছোৱালীয়ে লুজন, পেঁপা বিচাৰি কন্দা কটা কৰে সেইটো বয়সত মোৰ ছোৱালীৰ আটাইতকৈ আৱশ্যকীয় বস্তু হয় চাউল। মই কলোঁ, "আনিম, আনিম সোণজনী।" তাই চাগৈ দুৱাৰ মুখত বৈ আছে। মাকে চৰুত পানী দি বৈ আছে মই চাউল লৈ যোৱালৈ। ল'ৰা কেইটাৰ হয়তো ভোক লগাৰ বাবে আইতাকে বাৰীত হোৱা কচু পুৰি দি স্কুললৈ পঠাই দিছে। স্কুলতো আজি নহয়, সিহঁতে ঘৰলৈ খাওঁ খাওঁ মূৰ্তি ধৰি গলে কি খাবলৈ দিব? গতিকে মই এই-খিনি বেচি উঠি ঘৰলৈ যাবই লাগিব ক'ৰবাৰ পৰা চাউল যোগাৰ কৰি। আনকালে হোৱা হ'লে মোৰ ইমানপৰে এটকামানৰ বস্তু বিক্ৰি হ'লহেতেন। আজি নাই। আলিতো মানুহ নাই কোনো।

সন্মুখৰ দোকানবোৰো আধাখোলা হৈ আছে। হয়তো দোকানীহঁতে ভাবিছে, দোকানত যদি বাধা নিদিয়েহি খোলা হৈয়ে থাকক। আসাম কোম্পানীৰ কৰ্মচাৰীবোৰক সৌ তিনি আলিৰ মূৰতে এজাক ল'ৰাই ঘূৰাই পঠাইছে। এটা গুৱাল আহিব ধৰিছে মোৰ ফাললৈ। তামোল কিনিব নিশ্চয়। সঁচাকৈ সি আহি বিড়ি, জুইশলা-বাঁহ আৰু তিনিখন তামোল কিনি ল'লে। বেলিটো লাহে লাহে উঠি আহিছে। মোৰ আৰু বিক্ৰি নহ'বই নেকি ? লাহে লাহে এজাক বতাহ মাৰিছে। মোৰ মূৰৰ ওপৰত ছাঁ দি থকা কৃষ্ণচূড়া জোপাৰ পাত এসোপা জিৰ্ জিৰ্ কৈ মোৰ ছাতিটোৰ ওপৰত সৰি পৰা মই গম্ পালোঁ। মোৰ চাগৈ ৰং উঠি যোৱা ছাতিটোৰ ওপৰত সেইবোৰে ফুল বাছিছে। অ' এইবাৰ মোৰ ৰক্ষা নাই। সৌজাক ল'ৰা মোৰ ফাললৈকে আহিছে। এযা মোৰ ওচৰ পালেহিয়েই। সিহঁতে নিজৰ ভিতৰতে কথা পাতি আমোদ কৰিছে : আও আজি ইমানবোৰ দোকান পোহাৰ বন্ধ হ'ল, আজি ইয়াবহে কোব চৰিল।

"ভালেই হ'ল আজি তামোল খাবলৈকে নহ'ল। চাওঁ ইয়াৰ ওচৰৰ পৰাই খাওঁ আহ।"

মই জানিলোঁ মোৰ আজি কেইপইচামান লোকচান হ'ল আৰু। ছটা ল'ৰাক ছখন তামোল দিব লাগিবই এতিয়া। পইচাযে সিহঁতৰ হাতত নাই ঠিক।

"নাৰায়ণ তামোল ছখন দিয়া।"

মই লেখি লেখি ছখন তামোল এটাৰ হাতত দিলোঁ। আন এটাই জেপৰপৰা দহপইচাৰ দুটা মুদ্ৰা উলিয়াই মোৰ হাতত দিলে। মই মনে মনে ঈশ্বৰক ধন্যবাদ দিলোঁ মোক উঠি যাবলৈ নোকোৱাৰ বাবে। মোক পইচা নিদি নঠগিলেও। ইহঁতে নঠগেও ঠিক, আজিৰ যুগৰ ল'ৰা ইহঁত।' এইবোৰ ল'ৰাই অন্যায়ৰ বিৰুদ্ধে যুঁজিব জানে। ইহঁতে যেতিয়া দেশখন শাসন কৰিব ভেতিয়াহে

মই বাৰু বাচি থাকিমনে ? এটাই ক'লে, "এতিয়া উঠা নাৰায়ণ।" মই উচাপ খাই উঠিলোঁ।

"মোৰ ঘৰখনেই আজি লঘোনে থাকিব লাগিব।" মই কলোঁ। এটাই ক'লে," আজি থাককচোন লঘোনে। পিচত খাবলৈ পাবা নহয় ? চোঁৱা আমালৈ, এদিনত আমি স্কুলত কিমানবোৰ নজনা কথা শিকিব পাৰিলোঁহেঁতেন। তথাপি আমি আজি কোনো যোৱা নাই। নহলে যে কোনো সাৰ নাপায় নাৰায়ণ!"

মই মনে মনে লাজ পালোঁ। এই পিতিকলি ল'ৰাবোৰে মোক শিক্ষা দিছেহি। "বাৰু বাৰু উঠিম দিয়া।" মই উঠিম বুলি কলত সিহঁতৰ মুখত হাঁহি বিৰিঙি গ'ল। ল'ৰাকেইটাই পোহাৰখন সামৰাত সহায় কৰি দিলে। মোৰ এখন হাত নাই। এবাৰ মেচিনত কটা গ'ল। তাৰ পিচৰপৰাই মই এই কটা তামোলপানৰ দোকান দিয়া হলোঁ। পুতি থোৱা খুটিটোৰ সৈতে বান্ধিলোৱা ছাতিটোৰ ৰচিডাল এজনে খুলি দিলে। এজনে মূৰৰ ওপৰত পেকিংবাকচটো তোলাত সহায় কৰি দিলে। এতিয়া মই ঘৰলৈ কেনেকৈ যাওঁ ? এই কেইটা পইচাৰে মই ক'তো চাউল নাপাওঁ। একিলোমানৰো দাম ওলোৱা হলে ? চিনাকি দোকানীৰ ঘৰলৈ গৈ ঘৰুৱা হিচাবে লৈ আনিব পৰা হ'লহেঁতেন। কিন্তু চাউল আৰু নিয়া নহ'ল আজি ঘৰলৈ। কি কৰা যায় মনে মনে ভাবিছোঁ। এটা উপায় পাইছোঁ। তিনি আলিৰ মূৰত এজনী বুঢ়ী আছে। সদায় তাই মুড়ি বেচি ফুৰে ঘৰে ঘৰে। আজি নিশ্চয় তাই ঘৰতে আছে। যি কেইটা পইচা পাইছোঁ তাৰে নিশ্চয় কিছু মুড়ি পাম। মই বুঢ়ীৰ ঘৰলৈ পিচফালৰ বাটটোৰেদি সোমাই গ'লো। পকা চুলিখিনি মেলি বুঢ়ীয়ে কিবা ভাবি পিৰালিতে বহি আছে। মোক দেখি কলে, "অ' আজি দেখোন অসময়ত আহিলি নাৰায়ণ।" অসময় সঁচাকৈয়ে। মই মুড়ি আবেলিহে কিনো সাধাৰণতে। পইচাৰ সৈতে বুঢ়ীৰ সন্মুখত মোৰ গামোচাখন মেলি দিলোঁ। জুখি জুখি

বুঢ়ীয়ে মুড়ি স্তিনি টিন দিলে। মই টোপোলাটো বান্ধি এইবাৰ খৰকৈ ঘৰলৈ খোজ ললোঁ। ছোৱালীজনীয়ে দেখি দৌৰি আহিল। মোৰ হাতত টোপোলাটো দেখি মোৰ পত্নীয়েও মিচিকিয়াই হাঁহিলে। মই একো নামাতি ঘৰলৈ সোমাই গলোঁ। মাই মোক টোপোলাৰে সৈতে দেখি সুধিলে, "আজি দোকান-পোহাৰ বন্ধ নাছিল জানো, চাউল পালি জানো ?" মই কলোঁ "চাউল কিনিবলৈ পইচাই নহ'ল। মুড়িকে বুঢ়ীজনীৰ ঘৰৰপৰা লৈ আহিলোঁ।" মাই মোৰ কথা শুনি হুমুনিয়াহ কাঢ়িলে। স্কুলৰপৰা ঘূৰি অহা ল'ৰা-ছোৱালী দুটাই চিঞৰ বাখৰ লগালেহি, "ভাত, মা, ভাত দে।" পত্নীয়ে উত্তৰ দিলে, "নাই, ভাত নাই। মুড়ি দিওঁ বাটিবোৰ লৈ আহ।" ভাত নাই, তথাপি কিবা এটা খাবলৈ পালে। তাতে সিহঁতে আনন্দ পালে কথাষাৰ শুনি। প্ৰত্যেকেই বাটিবোৰ মাকৰ সন্মুখত পাতি দিলেহি। পত্নীয়ে সকলোকে মুড়ি ভাগ কৰি দিলে। মোকো দিলে। মাই এইবোৰ নাখায়। "কিনা বস্তু মুখত নিদিয়াকৈ বুঢ়ী হলোঁ; মৰিবলৈনো কেইটাদিন আছে, এতিয়া আৰু কিনা মুড়ি খাই গাটো চুৱা কৰিব নোৱাৰোঁ বোপাইহঁত।" মাই ক'লে। মুড়ি মই নাখালোঁ। বাটি ঢাকি একালে থৈ দিলোঁ। মুৰ্ মুৰ্কৈ আটাই কেইটাই খাই শেষ কৰিলে। সিহঁতৰ মুখবোৰ দেখি মই বুজিলোঁ সিহঁতক আৰু লাগিছিল খাবলৈ। কিন্তু উপায়যে নাই। পত্নীয়ে নিজৰ বাটিটোৰ খিনিও সিহঁতৰ বাটিত ভগাই দিলেহি। মই এইবাৰ ৰাতিৰ কাৰণে চিন্তা কৰিলোঁ। জানো, চিন্তা কৰিলেও ইয়াৰ একো নিষ্পত্তি নহয়। বেচেৰী বুঢ়ী মা-জনী শুদা পেটেৰে বুঢ়ী কালত জীৱন কটাবলগীয়া হৈছে। ভাবি মনটো মোৰ মৰি গ'ল। পত্নীয়ে পনীয়া দুবাটি ৰঙাচাহ আনি মা আৰু মোৰ সন্মুখত দিলেহি। মই হেঁপাহ পলুৱাই চাহ বাটি খাই পেলালোঁ।

এটা সময়ত বেলিটো ডুব গ'ল। ল'ৰা ছোৱালীকেইটাক পত্নীয়ে ৰাতি দুটামান কচু পুৰি দিলে খাবলৈ। মোক আৰু মাক

দুবাটি ৰঙা চাহ দি তেওঁ নিজেও খালে। মোৰ পেটটো ভোকত ছিগি যোৱা যেন হৈছে। মাৰো হ'ব পায় আৰু পত্নীৰো হ'ব পায়। লৰাছোৱালীকেইটাৰো কচুকেইটাই কি ভোক গুচাব ? ৰাতি হৈ অহাৰ লগে লগে পত্নীয়ে সিহঁতক কালিলৈ ভাত খাবিহঁক বুলি শুৱাই থৈ দিলে। আমি শুবলৈ বিচনাত পৰিলোঁ। বিচনাত ইকাতি সিকাতি কৰি ইটো কোঠাত শুই থকা মাই কোৱা শুনিলোঁঃ "এইবোৰ চাবলৈকে ভগৱানে মোক ইমানদিন জীয়াই ৰাখিছে বোপাইহঁত।" পত্নীৰ বুকুত সোমাই শুই থকা ছমহীয়া কেচুৱাটোৱে মাজে মাজে কান্দি উঠিছে। কেতিয়া মোৰ টোপনি আহিল মই গম নাপালোঁ। এবাৰ মই ছমহীয়া কেঁচুৱাটোৰ কান্দনত সাৰপাই উঠিলোঁ। কৃষ্ণপক্ষৰ শেষ ৰাতিৰ শেঁতা জোনৰ পোহৰে আমাৰ কোঠাটো কিছু পোহৰাই তুলিছে। খিৰিকিৰ ফাঁকেদি আহি পৰা জোনৰ পোহৰ পত্নীৰ গাত ভালকৈ পৰিছে। কেঁচুৱাটোৰ কান্দন বন্ধ নোহোৱা হ'ল। পত্নীয়ে তাৰ মুখত দিয়া তেওঁৰ চিৰাৰ দৰে চেপেটা হৈ যোৱা শুকান স্তনত হয়তো সি একো পোৱা নাই। শুকান স্তন চুহি চুহি সি অসন্তুষ্ট হৈ কান্দি বিদ্ৰোহ ঘোষণা কৰিছে। কেঁচুৱাটোক পিঠিত চপৰিয়াই তেওঁ তাক শুৱাবলৈ যত্ন কৰিছে। শেষত সি কান্দি ভাগৰি টোপনি গ'ল। আকৌ কিছু সময়ৰ বাবে ঘৰখন শান্ত হৈ পৰিল।

মই টোপনিৰপৰা আকৌ এবাৰ সাৰ পাই উঠিলোঁ, পাক ঘৰত কিবা এটা শব্দ শুনি। কি হ'ব পাৰে ? এবাৰ উঠি আহি বেৰৰ ইপাৰৰ মাৰ বিচনাখন চালোঁ। মা নাই। মা নেকি পাক-ঘৰত ? মই ওলাই গলোঁ। উঠি আহি মই যি দৃশ্য দেখিলোঁ তাত মই নিজৰ চকুকে বিশ্বাস কৰিব পৰা নাই। মাই মই দিনতে এফালে ঢাকি থৈ দিয়া মুড়িৰ বাটিটোত এখন হাত দি মুৰ্-মুৰ্কৈ দুৰ্বল দাঁতেৰে মুড়ি চোবাইছে। জোনৰ পোহৰ মাৰ গাত পৰিছে।

মাই মোক দেখি খপ্‌জপাই উঠিল: "নোৱাৰিলোঁ, মই আৰু ভোকত থাকিব নোৱাৰিলোঁ, বোপাই।"

মোৰ মনটো কেনেকুৱা লাগিছে ? একো উত্তৰ নিদিয়াকৈ মই তলমূৰ কৰি মোৰ বিছনালৈ উভতি আহিলোঁ। মনটো মোৰ কেনেকুৱা লাগিছে মই বুজাব নোৱাৰোঁ। উস্‌, আমি জীয়াই আছোঁ কেলেই ?

মণিদীপ, বছৰৰ গল্প ১৯৬৫

# মা নু হ

বহুতপৰ চহৰীয়াৰ লগত কথা চোবাই চোবাই শ্ৰীকান্ত হাজৰিকাৰ আমনি লাগিল। আৰু চহৰীয়াই যে কথা পাতে! মনে মনে শুনি থাকিব পৰা কথাও নাপাতে। উত্তৰ নিদিয়াকৈ কেৱল শুনি যাব পৰা বিধৰ কথা পাতিলেতো ভালেই, বুজা-নুবুজা কেৱল মাত্ৰ ওঁ ওঁ কৰি গলেই লেঠা ছিগে। কিন্তু তেওঁ কথা পাতিব আৰু লগে লগে যাৰ আগত কৈ যায় তেওঁৰ পৰাও হাজাৰটামান শব্দ উলিয়াইহে ৰক্ষা। প্ৰথমতে হাজৰিকাৰ আমনি লাগিছিল, অস্বস্তিবোধ কৰিছিল। কিন্তু এতিয়া অভ্যাস হৈ গ'ল। আগতে এটা কথাত এটা উত্তৰ দিয়া মানুহজনে, এতিয়া উপযাচি গ্ৰাহকৰ লগত এবাৰ নালাগে দহবাৰ কথা পাতিব পৰা হৈ গ'ল। অচিনাকি মানুহকো দোকানৰ সন্মুখত দেখিলে "ভালনে?" বুলি মাত মাতিব পৰা হ'ল। দোকানখন দিয়াৰ পৰাই তেওঁৰ মানুহৰ লগত হলি-গলি কৰা নিয়ম এটা হৈ গ'ল। কিতাপৰ দোকান। লগতে অসমীয়া আৰু বিদেশী বহুতো বাতৰিকাকত আৰু আলোচনীবো তেওঁ এজেণ্ট। বহুতো মানুহৰ তেওঁৰ দোকানলৈ আহ-যাহ-ছাত্ৰ-ছাত্ৰী, প্ৰফেচাৰ, মাষ্টৰ-মাষ্টৰণী, কেৰাণী, বাগানৰ চাকৰিয়াল আৰু অনেক। কিছুমানে কিতাপ কিনিবলৈ আহে। কিছুমানে অমুক

কিতাপখন আনি দিব পাৰিবনে বুলি সুধিবলৈ আহে। কিছুমান অনিয়মিত গ্ৰাহকে গৰম বাতৰি কিবা ওলালে বাতৰিকাকত কিনিবলৈ আহে। কিছুমানে নিজে নিকিনি হাজৰিকাৰ দোকানৰ চকী খনত বহি কাগজ আলোচনী পঢ়িবলৈ আহে—গধূলি সময়ত, যেন তেওঁলোকৰ এইটো এটা পাব্‌লিক লাইব্ৰেৰীহে। সদায় আহি দোকানৰ খালি হৈ থকা চকীকেইখনত বহি লৈ ক'ব, চাওঁ-হাজৰিকা দেশৰ খবৰ কি? কাগজকেইখন......। হাজৰিকাই প্ৰথমে আমনি পোৱা নাছিল, কিন্তু পিছত দেখিলে এওঁলোক দেখোন ৰেগুলাৰ ভিজিটৰ হল এতিয়া কি কৰা যায়। খেদাইনো দিয়ে কেনেকৈ? দোকান দিছে যেতিয়া সৰবৰহী হ'বই লাগিব। নহলে দোকান নচঁলে। তথাপি হাজৰিকাই এদিন দোকানত থকা চকীকেইখন তাৰপৰা আঁতৰাই থলে, কিজানি বহাত অসুবিধা পাই এনেকৈ আমনি দিবলৈ নহাই হয়। যিদিনা আঁতৰাই থলে, সেইদিনা দোকানত থকা দীঘল বেঞ্চখনতে থেপাথেপিকৈ বহিয়েই শৰ্ম্মা, বসুমতাৰী, ৰয়, বৰুৱা, কলিতাহঁতে কথা পাতিলে. কাগজো পঢ়িলে, লগতে আলোচনী মেলি দুই এজনে লিখকক সমালোচনাও কৰিলে—অমুকে আজি কালি যিহকে তিহকে লিখা হ'ল, এনেকুৱাকৈ আমিও লিখিব পাৰোঁ। অমুক অমুকে দেখোন প্ৰবন্ধ লিখাৰ নামত কাজিয়াহে কৰিবলৈ ধৰিছে। কাজিয়াখন চাই আমাৰ কি লাভ হেৰি? তাৰে ভিতৰতে এজনে মাত দিলে, আমাৰ নিচিনা গজমূৰ্খ বোৰে ইয়াৰ মোল কি বুজিম, কিজানি তাৰে ভিতৰতে কিবা এটা ডাঙৰ কথা আছে, নহয়নে বাৰু হাজৰিকা? হাঃ হাঃ হাঃ।

অ' আজিনো চকীকেইখন কলৈ গ'ল? হাজৰিকাই তেতিয়া দোকানৰ কিবা হিচাব কৰাৰ ভাওজুৰি কথাষাৰ নুশুনাৰ ভাও জুৰিলে। শ্ৰীকান্ত হাজৰিকাই পিছদিনাও চকীকেইখন আঁতৰাই থলে.... সেইদিনাও কিন্তু সন্ধিয়া তেওঁলোকৰ আলোচনা চক্ৰ বহিল। সেইদিনা সভ্যৰ সংখ্যা আৰু এজন বেছিহে হ'ল। উপায় নাপাই

হাজৰিকাই নিজে বহা তুলথনকে আগবঢ়াই দিলে। পিছদিনাখনো তেওঁলোক আহিল। অৱশেষত হাজৰিকাই আঁতৰাই থোৱা চকী-কেইখন পুনৰ স্বস্থানত থৈ দিলেহি।

আজি কিন্তু শ্ৰীকান্ত হাজৰিকাৰ দোকানলৈ বাকী কেইজন কিবা কামত আহিব নোৱাৰিলে। কেৱল হেমন্ত চহৰীয়াই আহি নগদ দুঘণ্টামান কথা চোবালেহি। দোকানৰ বেৰত আঁৰি থোৱা ঘড়ীটোলৈ হাজৰিকাই চালে—সাত বাজিবলৈ পাঁচমিনিট বাকী। দোকান বন্ধ কৰিবলৈ আৰু ডেৰঘণ্টা সময় বাকী আছে। এই সময়চোৱা কটাবলৈ হাজৰিকাই এখন নতুনকৈ আহি পোৱা কিতাপকে মেলি ললে। দোকানৰ প্ৰায় সকলো কিতাপেই হাজৰিকাৰ পঢ়ি লোৱাটো অভ্যাস— নতুন কিতাপখন কেনে বুলি যদি কোনোবা গ্ৰাহকে সোধে, তেতিয়া কি উত্তৰ দিব? নিদিলেও কোনেও একো কৰিব নোৱাৰে, তেওঁতো সমালোচক নহয়— তথাপি কিবা এটা কবলৈ পালে হাজৰিকাৰ ভাল লাগে। দোকানৰ সন্মুখেদি বজাৰ-কৰা মানুহ ঘৰাঘৰি গৈছে তেতিয়া। ষ্ট্ৰিট্ লাইটৰ শেঁতা পোহৰত দুই এজনৰ মুখ চিনিব পাৰিলে আৰু দুই এজনৰ মুখ হাজৰিকাই চিনিব নোৱাৰিলে। আলিলৈ পিঠি দি হাজৰিকাই বহি ললে ভালকৈ। প্ৰথমতে গোটেই কিতাপখনত চকু ফুৰালে তেওঁ। তাৰ পাচত গোটেই পৃষ্ঠাখিনি ইমূৰৰ পৰা সিমূৰলৈকে মেলি চাই জপাই অলপমান সময় দৰক লাগি ৰৈ থাকিল। বোধহয় গোটেই কিতাপখন কেনেকুৱা হ'ব তাৰ এটা ধাৰণা কৰি ল'ব খুজিলে। কিন্তু হঠাৎ পিছফালে কাৰোবাৰ চুচুক-চামাক শব্দ শুনি হাজৰিকা বহাৰ পৰা থিয় হ'ল। কিতাপখন হাততে থাকিল। হাজৰিকাই দেখিলে এজন বুঢ়া আৰু এটা এঘাৰবছৰীয়া মান বয়সৰ ল'ৰা। বহুতপৰ চাই থকাৰ পিছত তেওঁ বুঢ়াজনক তুমি বুলিয়েই সম্বোধন ধৰিলে। বুঢ়াজনৰ গাত আঁঠুলৈকে এখন মলিয়ন ধুতি, এটা হাত নাইকিয়া চাৰ্ট, মাজে মাজে ফিচিকি এৰাই গৈছে আৰু ডিঙিত এখন মলিয়ন চেলেং কাপোৰ।

বুঢ়াৰ মুখখন শুকান, অসুস্থও। মাজে মাজে কাঁহি আছে আৰু উস্ আস্ কৈ গাৰ বিষ থকা মানুহৰ দৰে মাজে মাজে শব্দ কৰি আছে। শ্ৰীকান্ত হাজৰিকাই মাতিলে—ঃ কি লাগে তোমাক? হাজৰিকাৰ কথাৰ উত্তৰ নিদি খুটাৰ আঁৰত চুচুক-চামাক কৰি ৰৈ থকা লৰাটোক মাতিলে ঃ আহ আৰু', কিহৰ লাজ। আহ। এইবাৰ ল'ৰাটো খুটাৰ আঁৰৰ পৰা আহি বুঢ়াৰ গাৰ আঁৰত ৰ'লহি। হাজৰিকাই সুধিলে ঃ কি হ'ল কোৱা আৰু'। বাৰু বহাচোন, সৌ বেঞ্চখনতে বহি লোৱা বুঢ়াক অসুস্থ যেন দেখি হাজৰিকাই বহিবলৈ কলে। লৰাটোৱে সৈতে বুঢ়া বেঞ্চখনতে বহিল। আপোনাৰ ওচৰলৈকে আহিলোঁ।

ঃবুজিছোঁ, কথাটো কোৱা। কিবা কিতাপ কিনিবা? কিতাপ কিনাৰ কথা সুধি হাজৰিকাই মনে মনে ভাবিলে—পাঠ্যপুথি কিনাৰ সময়তো এতিয়া পাৰহৈ গ'ল।

ঃ আপোনাক আৰু ক'বলৈ বেয়াই লাগিছে। বুঢ়াই কৈ লৰাটোলৈ চালে। লৰাটোৱে দেউতাকৰ বাওঁফালে বেঞ্চখনৰ একেবাৰে এমুৰত বহি এখনহাত বেঞ্চৰ বাহুত থৈ, আনখন হাতেৰে ইখনহাতৰ ঠাৰিটোকে লিৰিকি বিদাৰি আছিল। মুখখন বাওঁফালে মুকৈ হাজৰিকাৰ চকুৰ পৰা আঁতৰত ৰাখিলে।

ঃ কোৱা, কোৱা, মই একো বেয়া নাপাওঁ।

ঃমোৰ এইটো ল'ৰা—স্কুলৰ ৬ ষ্ঠমান শ্ৰেণীত পঢ়ে। পঢ়াত বেয়া নহয়। কথাটো কওঁতে লৰাটোৱে মুৰটো দাঙি হাজৰিকালৈ চালে। চকু কেইটা উজ্জ্বল, অথচ কৰুণ। আৰু যেন কি এক সংকোচ ভাব চকুজোৰত বিয়পি পৰিছে। কিন্তু দুৰ্ভাগ্যবশতঃ প্ৰাইমেৰী বৃত্তিটো নাপালে। তথাপি কোনোমতে পিয়ন কামকৰা ল'ৰাটোৱেই তাৰ ফিজ কেইটা দি আছিল। যোৱা বছৰত সিও মৰি থাকিল-চীনাসোপাৰ হাতত। মোৰো বেমাৰ হ'ল। হাজিৰা কাম কৰিও ল'ৰাটোৰ ফিজ দিব পাৰিলোঁহেঁতেন, কিন্তু শৰীৰে নাটানে। ঃকিয়, ফিজ মাফৰ

দৰ্খাস্ত নকৰা কিয় ? ঃ কৰিলোঁ—কতবাৰ কৰিলোঁ একোটো নহ'ল। যদি লৰাটো পঢ়াব পাৰিলোঁহেঁতেন ! অহা বছৰলৈ এম, ই বৃত্তি দিব, তেতিয়া যদি বৃত্তি পাই সি টকা কেইটা ঘূৰাই দিব, আপুনি পাৰিবনে বাৰু ফিজটো দিব ইয়াৰ ? কেইবাজনৰো ওচৰলৈ গলোঁ, কোনেও গাত ল'ব খুজিলে। হাজৰিকাই কথা শুনি তভক মাৰি থাকিল কিছুসময়। তাৰ পিছত লৰাটোলৈ চাই সুধিলে ঃ কোন স্কুলত পঢ়া তুমি ?

ঃইয়াৰ হাইয়াৰ চেকেণ্ডেৰী স্কুলত। সংকোচেৰে ল'ৰাটোৱে উত্তৰ দিলে। শান্ত লৰাটো দেখি হাজৰিকাৰ মৰম লাগিল।

ঃফিজ কিমান ?

ঃ তিনিটকা মাহে। এই মাহৰ ত্ৰিশ তাৰিখ পালেহি, ক'তো যোগাৰ কৰিব নোৱাৰাৰ বাবে দিবই পৰা নাই ফিজ। ঈশ্বৰেও আৰু' আমাৰ নিচিনা দৰিদ্ৰ লাওলোৱাৰ গাত বেমাৰো জাপি দিয়ে। বুঢ়াই উত্তৰ দিলে।

ঃ বাৰু নিবাহি।

ঃ এই মাহৰ তিনিটকা দিব পাৰিব জানো আজি ?— হাজৰিকাই জেপত হাতভৰাই চালে, ঠিক তিনিটকাহে তেওঁৰ জেপত আছে।

ঃ লোৱা বাৰু। বুঢ়াই যেন হাততে স্বৰ্গ পালে। আনন্দত বুঢ়াৰ শোতোৰা মুখখনত এটা কৰুণ হাঁহি উজলি উঠিল।

ঃ আহিছোঁ বাৰু থাকিব। লৰাটোৱে কলে ঃ চাৰ আহিছোঁ।

ঃ যোৱা ভালকৈ পঢ়িবা।

ঃ পঢ়িম চাৰ। বুঢ়া আৰু ল'ৰা হাজৰিকাৰ দোকানৰ পৰা, টুকুৰ টুকুৰকৈ ওলাই গৈ জনতাৰ মাজত মিলি পৰিল।

শ্ৰীকান্ত হাজৰিকাই দোকান বন্ধ কৰি ঘৰলৈ যাওঁতে ভাবিলে—লৰাটোক ফিজ দিয়াৰ ভাৰটো গাতলৈ ভালকাম কৰিলেনে বেয়া কাম কৰিলে। সি যে ঘূৰাই দিব তাত কি বিশ্বাস। পিছত

হাজৰিকাই ভাবিলে—নালাগে, কিজখিনি জানিবা ঘূৰাই নিদিলেই, ল'ৰা এটাৰ তেওঁ জ্ঞান চকু মুকলি হ'ব, তেওঁৰ পয়ছাৰে—এইটোতো কম আনন্দৰ কথা নহয় ।

ইয়াৰ পিছৰ পৰা প্ৰত্যেক মাহৰ চৈধ্য তাৰিখ আহিলেই সেই বুঢ়াজন আহে আৰু তেওঁৰ পৰা টকা তিনিটা লৈ যায়হি। এইদৰে বুঢ়াই ছমাহ নিলে আৰু তাৰ পিছত নিনিয়া হ'ল। হাজৰিকাই কেইবামাহো বুঢ়া আহিব বুলি বাট চালে, কিন্তু বুঢ়াও নাহিল আৰু ল'ৰাও নাহিল। হাজৰিকাই মনে মনে ভাবিলে—ক'ৰ অচিন মানুহৰ ল'ৰা এটাক তেওঁ সহায় কৰিবলৈ গৈছিল, কি ঠিক ল'ৰাটো দেখুৱাই কিজানি তেওঁক ঠগি থৈয়ে গ'লহি বুঢ়াই। যাওক, সেই টকা ওঠৰটা। অৱশ্যে দিওঁতেই তেওঁ সেই কেইটা পোৱাৰ আশা ত্যাগ কৰিয়েই দিছিল ।

কলিতা দেখোন তেওঁৰ চিনাকি মানুহ। সেইজনেই দেখোন তেওঁৰ পৰা টকা ডেৰশ নি এতিয়াও ঘূৰাই দিয়াহি নাই। অথচ, সেইটো কাৰণেই কলিতা আজিকালি হাজৰিকাৰ দোকানলৈ নহা হ'ল। জানোচা টকা কেইটাৰ কথা তেওঁ সোঁৱৰাই দিয়ে । বৰ-গোহাঁয়েতো তেওঁৰ বিলৰ পঁচিশটকা দিব নোৱাৰা বাবে দোকানৰ আগৰ ৰাস্তা যি এৰিলেই এতিয়া দূৰৈত দেখিলেই তলমূৰ কৰি অচিনাকি মানুহৰ দৰে ফালৰি কাটে।

বাৰে বাৰে ঠগ খাই হাজৰিকাৰ আজিকালি মন ভাল নহয়। দোষটো অৱশ্যে হাজৰিকাই নিজেই গাত পাতি লৈছে। কোনোবাই ধাৰলৈ টকা খুজিলে, টকা থাকিলে তেওঁ নাই বুলি ক'ব নোৱাৰে এইটোৱে তেওঁৰ দোষ । ধাৰকৰা মানুহবোৰে এজন এজনকৈ তেওঁৰ দোকানলৈ আহিবলৈ এৰিলে । মাত্ৰ দুজনেহে তেওঁৰ দোকানত আজিকালি গধূলি কাগজ পঢ়ে—এজন বসুমতাৰী আৰু আনজন বৰুৱা। এওঁলোককো হাজৰিকাই বিশ্বাস নকৰে, কি ঠিক কালিলৈকে

কিবা এটা কাৰণত টকা ধাৰলৈ ল'ব, ঘূৰাই দিব নোৱাৰি আঁতৰি ফুৰিব। সেই বুঢ়া জনৰো দেখোন এবছৰ হৈ গ'ল। তাতকৈ কিজানি ছমাহমান বেছিহে হ'ল। মুখৰ ভিতৰতে শ্ৰীকান্ত হাজৰিকাই ভোৰ ভোৰালে—চব ঠগ। চব মিছলীয়া।

এদিন হাজৰিকাই দেওবাৰ এটাত এটা কিতাপৰ পাৰ্চেল খুলি আছিল। কিন্তু তেনেতে দেখিলে বুঢ়াজন আহিছে, লগত ল'ৰাটোও। বুঢ়াজনৰ স্বাস্থ্যটো ও ভাল দেখিলে হাজৰিকাই। হাজৰিকাৰ খং উঠিছিল। তাৰ পিছত খঙটো সামৰি কলে: বহুত দিনৰ মূৰত দেখোনহে? কেনি গৈছিলা?

: এ, এয়া। বহুদিন আহিম আহিম বুলি আহিব পৰা নাই। বেয়া নাপাব। আপুনি ভালে আছে?

: আছোঁ আৰু। কি খবৰ কোৱাচোন। টকা নিবলৈ আৰু নাহিলা যে?
: ভাল খবৰ আছে। ই বৃত্তি পালে নহয়—এম-ই পৰীক্ষাত। আৰু মোৰ গাটোও ভাল্ পালোঁ। বোলো মিছাকৈ পাৰোতে আনক আমনি দিওঁ কেলৈ? চাওঁ সোন, এইফালে আহ। ল'ৰাটোৱে আজিও চুচুক চামাক কৰিছে। মুখখন আনবাৰতকৈ উজ্জ্বল। লাজ লাজ ভাবটো আঁতৰা নাই কিন্তু। ল'ৰাটো আহি সন্মুখত থিয় হ'লহি। বুঢ়াই কঁকালৰ খোচনিৰ পৰা গামোচাখন উলিয়ালে। তাৰপৰা টকা কেইটা উলিয়াই কলে: কালি ই বৃত্তিৰ টকা কেইটামান পালে, ছমাহৰ দিছে একেলগে। মই বোলো দি থৈ আহোঁগৈ। লেখি লেখি বুঢ়াই টকা ওঠৰটা হাজৰিকাৰ হাতলৈ আগবঢ়াই দিলে। বুঢ়াৰ চকুমুখত কৃতজ্ঞতাৰ চিন ফুটি উঠিছে। লৰাটোৰো।
: ইমান লৰালৰিকৈ কিয় আনিলা? থৈ দিয়াচোন বাৰু টকা কেইটা হাজৰিকাই কলে।

: নহয়, নহয় আপোনাক আমনি কৰিলোঁ, তাৰ বাবে বেয়া নাপাব। কিন্তু আপোনাৰ সেই সহায় জীৱনত নেপাহৰোঁ। পুতেকলৈ চাই

কলে : সোণ, আয়েৰে যে দি পঠাইছিল বস্তুটো নিদিয় কিয় ? ল'ৰাটোৱে বুঢ়াৰ কথা শুনাৰ লগে লগে হাতত লৈ অহা কাগজেৰে মেৰিওৱা টোপোলাটো হাজৰিকাৰ হাতত দিলে ।

: কি আনিলা আক' এইটো ?

: গামোচা এখন। আয়ে দি পঠাইছে। লৰাটোৱে উত্তৰ দিলে। হাজৰিকাই মেলি চালে । টকা ওঠৰটা বলেৰে দি বুঢ়া বহাৰ পৰা উঠিল। : লওক। সেইটোনো কি কথা। কেতিয়াবা দৰকাৰ হলে আৰু আমনি কৰিম। বুঢ়া আৰু ল'ৰাটো যাবলৈ উঠিলত, হাজৰিকাই ভাবিলে—তেওঁ দেখোন এওঁলোক কাৰোৰে নাম নাজানিলে আজিও। হাজৰিকাই কলে : তোমালোকৰ কাৰোৰে নাম নাজানিলোঁ দেখোন ? বুঢ়াই হেঁচুকি ল'ৰাটোক কলে : কৈ দে সোণ তোৰ নামটো এখেতক নকয় কেলৈ ? লৰাটোৱে উত্তৰ দিলে : মোৰ নাম পঙ্কজ। পঙ্কজ কুমাৰ বৰুৱা ।

: পঙ্কজকুমাৰ বৰুৱা। পঙ্কজ। বাৰে বাৰে মুখৰ ভিতৰতে নামটো উচ্চাৰণ কৰি নামটো মনত ৰাখিবলৈ হাজৰিকাই যত্ন কৰিলে। ল'ৰাটো আৰু বুঢ়াজন তাৰ পৰা গ'লগৈ। হাজৰিকাই ভাবিলে : বুঢ়াৰ নামটো সুধিবলৈকে থাকিল। থাকক। নামটোনো কি ?

নৱযুগ
মাৰ্চ্চ '৬৪

# হৃদয়ৰ দাম

গধূলি এই সময়ত মই পঢ়া টেবুলত বহোঁ। টেবুলনো ক'ৰ। ছুচটামান বাঁহৰ কামিৰে দেউতাই সাজি দিয়া টেবুলৰ দৰে এখন চাংহে। সেইখনকে মই টেবুলৰ দৰে ব্যৱহাৰ কৰোঁ। টেবুলখনৰ কাষতে বহিবৰ কাৰণেও এখন সৰু বেঞ্চৰ দৰে বাঁহৰ কামিৰেই সাজি দিছে। বাঁহৰ কামিৰ টেবুল-বেঞ্চত বহি পঢ়ি হলেও মই দেউতাই নগৰত দেখা ডাঙৰ মানুহৰ দৰে হবই লাগিব বোলে। আৰু সেইবাবে দেউতাই সদাই ইমান সময় হলেই মোক পঢ়া ঠাইত বহিবলৈ পাকঘৰৰপৰা চিঞৰে। মোৰ আই নাই। সেই বাবে দেউতাই ভাত-পানী ৰান্ধে। ঘৰখনত মাত্ৰ ছুটাপ্ৰাণী দেউতা আৰু মই। ৰাতি মই পঢ়ি থাকোঁতে মহে ডাঁহে আমনি কৰে বুলি দেউতাই ধোঁৱাৰ যাগ দি কোঠাটো ধূঁৱলি-কুঁৱলী কৰি দিয়ে—তেহেলৈ মোৰ নাকৰ পানীৰে চকুৰ পানীৰে একা-কাৰেই হওক। যেনেকৈয়ে নহওক, মই সোনকালে পঢ়ি শুনি উঠি ডাঙৰ মানুহ হব লাগে। দেউতাৰ এইটোৱে একমাত্ৰ সপোন। আমাৰ যিখিনি মাটি আছে সেইখিনিৰে আমাৰ ছুয়োকে আঁতি থাকেগৈ। ৰাহি ধানখিনি বেচি টকাখিনি দেউতাই সাঁচি থৈছে; মই যেতিয়া হাইস্কুল আৰু কলেজত পঢ়িম তেতিয়া দৰকাৰ হব বাবে। এতিয়া মই এম-ই স্কুলৰ পঞ্চমমান শ্ৰেণীতহে পঢ়োঁ। দেউতাই মোক কাম কৰিবলৈ নিদিয়ে। হাল বোৱাৰ দিনতো দেউতাই ৰাতিতে উঠি

গা-পা ধুই ভাত-পানী ৰান্ধি বাঢ়ি শেষ কৰিছে যায়। মই মাত্র পথাৰত সময়মতে জলপানখিনি দি আহিলেগৈয়ে হ'ল। মাজে মাজে মাত্র দেউতাক ভাত ৰন্ধাৰ আগতে বাৰীৰ পৰা জিকাটো, ভেণ্ডিটো ছিঙি আনি দিব লাগে। আজৰিপৰত দেউতাই প্রায়ে শাকপাচলিৰ ভাৰখন লৈ নগৰৰ বজাৰলৈ যায়। নগৰলৈ আমাৰ গাওঁৰপৰা তিনি মাইল বাট। বজাৰৰ পৰা ঘূৰি আহোঁতে দেউতাই দুচকলমান মাছ, মিঠাতেল এবটলমান আৰু আমাৰ বাৰীত নথকা দুই-এটা শাক-পাচলিও লৈ আহে। বজাৰৰ পৰা ঘূৰি অহাৰ দিনা দেউতাৰ মুখখন চাবলৈ ভাল লাগে। দেউতাৰ মুখত সেইদিনা বজাৰৰ বস্তুৰ দৰৰ উঠা-নমাতকৈ নগৰৰ শিক্ষিত মানুহৰ গুণহে আখৈ ফুটাদি ফুটিবলৈ ধৰে। কেনেকৈ নগৰৰ কাৰ্ত্তিক যেন চেহেৰাৰ মানুহবোৰে বজাৰ কৰিবলৈ আহে। কেনেকৈ চিপচিপীয়া বৰষুণৰ বতৰত এহাতে মোনা ছাতি লৈ আনখন হাতেৰে বোকাৰ ছিটিকনি নপৰিবলৈ ধুতিৰ থোৱটো ধৰি গহীন গহীন খোজ দি বজাৰৰ বস্তুৰ দৰদাম কৰে, কেনেকৈ কেইজনমান গ্রাহকে পোনেই তেওঁৰ ওচৰলৈ বস্তু কিনিবলৈ আগবাঢ়ি আহে আৰু তেওঁলোকে দেউতাক কিমান ভাল পায়। সেইবোৰ ইমান ডাঙৰ ডাঙৰ মানুহবোৰে, ইমান ডাঙৰ ডাঙৰ 'প্রফেছৰবোৰে নিজে নিজেই মোনা হাতত কঢ়িয়াই বজাৰ কৰে, অথচ আমাৰ গাঁৱৰ সেই ঘটিৰাম-বাটিৰাম বোৰেই কলেজৰ দুশ্রেণী পঢ়ি যিহে চাহাব হয়। লগে লগে মোক ক'ব : সোণ তই কিন্তু নগৰৰ সেই মই দেখা মানুহ কেইজনৰ দৰেই হব লাগিব। পাৰিবি, কিয় নোৱাৰিবি তেনে হব, মাত্র ভালকৈ পঢ়া-শুনা কৰ। কেতিয়াবা নিজৰ কথা কৈ দেউতাই বেজাৰ কৰে। দেউতাৰ দেউতাকে বোলে দেউতাক পঢ়িবলৈ নিদিলে-আনকি আখৰ কেইটাও চিনিবলৈ নিদিলে। দেউতাৰ বয়সৰে মালিৰাম দোকানীৰ পুতেকে মেট্রিকলৈকে পঢ়ি এতিয়া এম-এল-এ হল। মন্ত্রী আছিলে তেওঁ আহে আৰু তেতিয়া বোলে দেউতাক

দেখিলে মাত্ৰ মিচিকিয়াই দুবৈৰপৰা এটা হাঁহিহে মাৰে। তাকো সেইটো হাঁহি কালৈ চাই মাৰিছে দেউতাই বুজি নাপায়। তথাপি দেউতাই দেউতালৈ চাই মৰা হাঁহি বুলিয়েই ভাবি থয়। ডাঙৰ মানুহৰ কথাই বেলেগ। ভোটৰ আগতে তেওঁ কিন্তু আমাৰ ঘৰৰ চোতালত বহি ৰঙা চাহ খোৱা মোৰ এতিয়াও মনত পৰে; কিন্তু এম-এল-এ হোৱাৰ পিচত তেওঁ নগৰত ঘৰ ললে বোলে। এদিন দেউতাই বজাৰলৈ যাওঁতে দেখিছিল মালিৰাম দোকানীৰ পুতেকক। পিছে নেদেখা ভাও জুৰি আঁতৰি গ'ল বুলি দেউতাই মোক কলে: আচলতে নগৰৰ আচল মানুহবোৰ এনেকুৱা নহয়। সি গাঁৱৰ মানুহহে, নগৰত নতুনকৈ থাকিবলৈ লৈছে। আৰু মোৰ ভাৰখন দেখিও লাজ পাব পায়। কিন্তু মই বজাৰত দেখা সেই কেইজন নগৰৰ মানুহ কিন্তু বেলেগ। তেওঁলোকে মোক য'তে দেখক— নমতাকৈ নাথাকে—কিহে ৰামেশ্বৰ বুলি।

উস্ কি গৰম। বতৰটো এদিন ৰ'দতে ইমান অসহ্য হৈ পৰিল। তিনিদিন ধাৰাসাৰে বৰষুণ দিয়াৰ পিচত আজি ৰ'দ দিছিল; কিন্তু পশ্চিমফালে চেলেক চেলেক বিজুলীয়াই আছে যেতিয়া বৰষুণ নিশ্চয় আহিব। ৰাতি বৰষুণ দিলেহে শুব পাৰিম। ঘামবোৰ কপালৰপৰা বৈ আহি ডিঙিয়েদি বুকু আৰু পিঠিৰ তললৈ বৈ গৈছে। কেতিয়াকৈ বৰষুণ দিব, কেতিয়াকৈ শুবলৈ পাম! ইস্ মই ইমান এলেহুৱা হলোঁ! দেউতাই দেখোন ইমান গৰমত ভাত ৰান্ধিছে, জুইৰ ওচৰত থাকি। কিন্তু সেইখন কি ৰ'ল আমাৰ ঘৰৰ আগৰ আলিত। নিশ্চয় জীপ-তীপ হব। দুই এজন মানুহৰ কথোপকথন শুনিছোঁ। গাড়ীখন মাজে মাজে শব্দ কৰি বৈ যায়। দেউতাৰ ওচৰলৈ গলোঁ— কাৰনো গাড়ী সেইখন চাওঁগৈ। যিহে বোকাবাট, লাগিও ধৰিব পাৰে। দেউতা আৰু মই আলিলৈ লেম এটা লৈ ওলাই গলোঁ। তেতিয়াও দুজন আৰোহীয়ে

আপ্ৰাণ চেষ্টা কৰিছে গাড়ীখন চলাবলৈ। বোকাৰে লুতুৰি পুতুৰি হৈ থকা গাড়ীখন গৃহস্থৰ লাই পোৱা কুকুৰৰ দৰে এবাৰ গেঙেৰি দিয়েই গাটো জোকাৰি পুনৰ বৈ যায়। ঃ ভগৱান মহা বিপদ হ'ল—পেট্ৰল নাইকিয়া হল। আগফালৰ ঢাকনিখন খুলি কিবা এটা চাই গাড়ী চলোৱা মানুহটোৰ লগৰ ভাল ছুটপেণ্ট পিন্ধা মানুহজনে উত্তৰ দিলেঃ তেনেহলে এতিয়া কি কৰা যায়?

দেউতা আগবাঢ়ি গ'ল ওচৰলৈঃ আপোনালোকে এইটো বাটেদি আহিয়ে ভুল কৰিলে, বাটত গাড়ীখন লাগি ধৰা নাছিলনে? ছুটপেণ্ট পিন্ধা ভদ্ৰলোকজনে উত্তৰ দিলেঃ আনকালে এইফালে মই অহা নাছিলোঁ। নগৰৰ পৰা কিছু দূৰ ঠাইলৈ তিনিদিনৰ আগতেই মফচলত গৈছিলোঁ। এজন মানুহক চমু বাট দেখুৱাবলৈ ক'লত এইটোকে দেখুৱালে।

দেউতাই উত্তৰ দিলেঃ নগৰলৈ এইটো অৱশ্যে চমু বাটেই, পিচে বাটটোহে সুবিধাজনক নহয়। ভদ্ৰলোকে ড্ৰাইভাৰলৈ চাই কলেঃ কি কৰোঁ তেতিয়াহলে হৰিলাল? হৰিলালে উত্তৰ দিলেঃ ছাৰ, আপুনি যি কৰে। যাবওতো নোৱাৰি পেট্ৰল নাই যেতিয়া। কালিলৈ পুৱা কিবা গাড়ীৰ পৰা কিনি লব পাৰিলেহে হব। দেউতাই কলেঃ আহক, আমাৰ ভগা পঁজাতে আজি ৰাতিটো কটাওকহি। ভদ্ৰলোকে এবাৰ আমাৰ ঘৰটোলৈ চালে আৰু এবাৰ দেউতাৰ মুখলৈ চালে, সঁচাকৈ মাতিছেনে ভদ্ৰতাৰ খাতিৰত কৈছে বুজিবলৈ। কিন্তু তৎক্ষণাৎ হৰিলালক বস্তু কেইপদ গাড়ীৰ পৰা নমাই আনিবলৈ কোৱাৰ পৰা বুজিলোঁ তেওঁ দেউতাৰ আন্তৰিকতা বুজি পাইছে। দেউতাৰ মুখত আজিও সেই ভাব ফুটি উঠিছে—চা নগৰৰ ভদ্ৰ মানুহবোৰ কিমান ভাল! আমাৰ নিচিনা দৰিদ্ৰ মানুহৰ পঁজালৈকো যাবলৈ সংকোচ কৰা নাই। মোক কলেঃ কি চাই আছ সোণ, তয়ো দেখোন তেওঁৰ বস্তুবোৰ নমাই অনাত সহায় কৰি দিব পাৰ?

হৰিলালে বেডিংখন গাড়ীৰপৰা নমালে। ভদ্ৰলোকজনে হাতত বেগটো লৈ আনখন হাতেৰে ছুটকেছটো ললে। মই আগবাঢ়ি গলোঁ : মোক দিয়ক ছুটকেচটো। তেওঁ উত্তৰ দিলে : নালাগে ময়ে পাৰিম—তুমি বলে পাৰিবা জানো ? কিন্তু দেউতাই তেওঁক ছুটকেচটো কঢ়িয়াবলৈ নিদিলে, দেউতাই নিজেই ললে। মই লেমটো লৈ আগে আগে আহি থাকিলোঁ। আমাৰ ঘৰত সোমায়ে আলহীয়ে জোতা-মোজা খুলিলে, নিজেই ছুটকেছৰপৰা কাপোৰ-কানি উলিয়াই কাপোৰবোৰ সলাই ললে। মই মুখ-হাত ধুবলৈ পানী আনি দিলোঁ। দেউতা তেতিয়া সেইখিনিত নাই। পাকঘৰত আলহীক দিবলৈ চাহ কৰাত ব্যস্ত। মই দুৰৈৰপৰা মানুহজনে কৰা কামৰ আলেখ-লেখ চাই আছোঁ।

দেউতাই নগৰৰ পৰা আহি কোৱা কাৰ্ত্তিক যেন চেহেৰাৰ কোনোবা এজন মানুহ যেন এইজনো। দেউতাই ভিতৰৰ পৰা চিঞৰি আছে : সোণ তই তেখেতৰ লগতে কথা পাত আক', মই চাহ কৰিছোঁ। হৰিলাল ড্ৰাইভাৰে মাজে মাজে ভুমুকি মাৰি পিৰালিৰ পৰা চাই আছে। বেচেৰাই বোধকৰো তাৰ গৰাকীৰ লগত একেটা কোঠাতে একেলগে বহিবলৈ বেয়া পাইছে। ভদ্ৰলোকে মাতিলে : হৰিলাল, ভিতৰলৈকে আহাঁ। ইফালৰপৰা উত্তৰ আহিল : হব ছাৰ। মই ইয়াতে আছোঁ। বৰ গৰমো পৰিছে। গাড়ীখনলৈকো চকু দিব লাগে।

এৰা বৰ বিপাঙত পেলালে গাড়ীখনে।

মই মাজে মাজে বিচনীখনেৰে আলহীক বিচি দিলোঁ, এছাটি-দুছাটিকৈ। দেউতাই চাহ দুবাটি আনি তেওঁলোকক দিলেহি। চাহখিনি তেওঁলোকে একে সোহাই গিলিলে। তেওঁলোকে নিশ্চয় বৰ পিয়াহত আছিল দেহি ! ভদ্ৰলোকে দেউতাক কলে। আমালৈ আৰু একো কৰিব নালাগে দেই, ৰাতিটো কোনোমতে কটাব পাৰিলেই হয়। দেউতা জাপ মাৰি উঠিল : কিয় ? একো নোখোৱাকৈ

থাকিব কিয় ? আমি যি খাম তাকে আপোনালোকেও খাব। আমাৰ কাৰণেতো ৰান্ধিম ভাত। আৰু তাতে মই সদাই ভাত ৰান্ধোঁৱেই যেতিয়া।

ঃ এইটো ল'ৰা আপোনাৰ নেকি ? মোক দেখুৱাই তেওঁ সুধিলে ।

ঃ তেতিয়াহলে ইয়াৰ মাক নাই ? আলহীয়ে বেজাৰ কৰিলে।

দেউতা পাকঘৰলৈ সোমাই গ'ল, এইবাৰ ময়ো পাছে পাছে সোমাই গলোঁ। দেউতা অকণমান জলকা লাগি মজিয়াৰ মাজতে থিয় হৈ থাকিল। তাৰ পিচত মোলৈ চাই কলে ঃ আজি মাৰ জীয়াই থকা হলে তেওঁ ভাত ৰান্ধিলেহেঁতেন আৰু মই নগৰৰ মানুহজনৰ লগত দুষাৰ কথা পাতিব পাৰিলোঁহেঁতেন। নগৰৰ মানুহবোৰে কিমান কথা জানে। কি খুৱাওঁ আলহীক এতিয়া ? চাউল কেৰাহীত ঢালি দিলোঁৱেই। আৰু দুটামান ধুই পুনৰ দেউতাই কেৰাহীত দি দিলে। শাক-পাচলি কি আছে চুকৰ পাচিটোত চালে। দুটা হাঁহকণীয়ে যেন আলহীলৈকে অপেক্ষা কৰি তাত পৰি আছিল। সেই পাচিটোত যে কণী থাকিব পাৰে দেউতাই ভাবিব পৰা নাছিল। ময়েই হাঁহৰ গড়ালৰ পৰা আনি তাত থৈ দিছিলোঁ। দেখি দেউতাৰ মুখখন আনন্দত উজ্জ্বল হৈ উঠিল।

ঃ আমালৈ নেলাগে, আলহীলৈ হলেই হব। গধূলিৰ অতিথি যে সাক্ষাৎ দামোদৰ। দেউতাই এইবাৰ মোক কলে ঃ তই পঢ় গৈ যা। অ' নালাগে পঢ়িব আজি, আলহীৰ ওচৰতে বহগৈ। মই আলহীৰ ওচৰতে থিয়াথিয়ি কৰি থাকিলোঁহি। আলহীয়ে মোক কোন ক্লাছত পঢ়োঁ, ক'ত পঢ়োঁ ইত্যাদি কথা সুধিলে। মই তেওঁৰ লগত কথা পাতি বৰ ভাল পালোঁ—দেউতাই কোৱা কথা সঁচাকৈ সঁচা। ইমান ভদ্ৰ ইমান মৰম লগাকৈ কথা কয় নগৰৰ মানুহবোৰে! মোৰ ভাল লাগি বিচনীৰে তেওঁক বিচি দিলোঁ।

তেওঁ কলে : মোৰ বৰ ভাগৰ লাগিছে, বিচনাখন ইয়াতে পাৰিব লাগিব নেকি বাৰু? তোমাৰ নামটো কি আছিল?

: বিমল! দেউতাই সোণ বুলি মাতে।

মোৰ বেজাৰ লাগি গ'ল—ইমান আলসুৱা মানুহজনে আমাৰ এই বাঁহৰ কামিৰ বিছনাখনত শুব লাগিব। অৱশ্যে তেওঁ তুলি, গাৰু ইত্যাদিৰে বিছনাৰ সকলো কাপোৰ লৈ আহিছে। ড্ৰাইভাৰে বিছনাখন তাতে পাৰি দিলে। দেউতাই তেওঁলোকৰ ভাগৰ লগা কথা শুনি লৰালৰিকৈ ভাত ৰান্ধিলে। ভাতপানী বাঢ়ি তেওঁলোকক খাবলৈও দিলে। দেউতাৰ যে কি আনন্দ। নগৰৰ মানুহক আমি আশ্ৰয় দিব পৰা হৈছোঁ—এইটো কিমান সুখৰ কথা। তেওঁলোকে অকনোকে সংকোচ নকৰাকৈ দেউতাই ৰান্ধি দিয়া ভাত খালে। দেউতাই মাজে মাজে কিবা অসুবিধা পাইছে নেকি সোধে। আলহীক খুৱাই লৈ দেউতা আৰু মই ভাত খাবলৈ বহিলোঁ। দেউতাই মাজে মাজে আলহীয়ে খাই এৰি থৈ যোৱা কাঁহী কেইখন চাই পৰীক্ষা কৰে : খালে, সকলো চুচি বাচি-খালে। দেখিছ নগৰৰ মানুহবোৰ কিমান ভাল, আমাক দুখীয়া গাৱঁৰ মানুহ বুলি অকনো ঘিণ নকৰিলে।

আলহীক আগফালৰ সেই বাঁহৰ চাংখনতে শুবলৈ দিয়া হ'ল। ড্ৰাইভাৰ গাড়ীখনলৈ গ'লগৈ—তাতে ৰাতি শোৱাও হব আৰু গাড়ীখন ৰখাও হব। দেউতা আৰু মই ভিতৰৰ বিছনাখতে শুলোঁ। দেউতাই কলে : তই ৰাতিপুৱাই মেধিহঁতৰ ঘৰলৈ যাবি বুজিছ। আলহীক চাহ দিবলৈ গাখীৰ নাই নহয়। তেওঁলোকৰ ঘৰৰ পৰাই এপোৱা আনিবিগৈ, তেওঁলোকৰ ৰাতিপুৱাই গাখীৰ খীবায়। কালিলৈ হাল বাবলৈকো নাযাওঁ আৰু। থাকক, আৰু বেছি মাটি বাকী নাই। ৰাতিপুৱাৰ লগে লগে দেউতাই উঠি গা-পা ধুই গোসাঁই ঘৰত সেৱা কৰি উঠিয়েই আলহীলৈ চাহ-তাহ যতনালে। মই গাখীৰ পোৱা

মেথিৰ ঘৰৰ পৰা আনিলোঁগৈ। চাহ-জলপান খাই উঠিয়েই ড্ৰাই-ভাৰে নগৰৰ ফালৰপৰা অহা এখন গাড়ীৰ পৰা জোৰকৈ পেট্ৰল কিনি ললে।

আলহীজনে কলে : পেট্ৰল পালোঁ। যেতিয়া যাওঁগৈয়ে। আজি অফিচ কৰিবগৈও লাগিব। দেউতাই কলে : নহয়, মই ভাত ৰান্ধিছোঁৱেই তৎক্ষণাৎ হব। ভাত খায়েই যাওক।

দেউতাই গাওঁৰ কাৰোবাৰ ঘৰলৈ গৈ মাংসবো যোগাৰ কৰিলে। হৰিলালে বিছনা-পত্ৰবোৰ বান্ধিলেহি। খাই বৈ উঠি তেওঁলোক যাবলৈ ওলাল। দেউতাই কলে, আকৌ কেতিয়াবা আমাৰ এইফালেদি গলে আমাৰ ঘৰত সোমাই যাব। তেওঁলোকে কলে : আপোনাক কষ্ট দিবলৈ পাই বৰ বেজাৰ পালো। একো বেয়া নেপাব দেই। হৰিলালে এটা এটাকৈ বস্তুবোৰ কঢ়িয়াই গাড়ীত তুলিলেগৈ। এইবাৰ ভদ্ৰলোকে গাড়ীলৈ আগবাঢ়ি গ'ল। আমাৰ ঘৰটো বৰ উকা উকা লাগিল। মোক দেউতাই কলে : যা, গাড়ীখনৰ ওচৰত তেখেতক আগবঢ়াই থৈ আহগৈ। মই তেওঁৰ পিচে পিচে গাড়ীৰ কাষ পালোঁগৈ। কেইটামান ধিতিঙা ল'ৰাই তেতিয়া তেওঁলোকৰ গাড়ীখন তলে ওপৰে পৰীক্ষা কৰাত ব্যস্ত। আলহীজনক দেখি সুৰসুৰকৈ কাষৰপৰা আঁতৰি গ'ল। তেওঁ গাড়ীত উঠি বহিল। ড্ৰাইভাৰে গাড়ী ষ্টাৰ্ট দিলে। এনেতে ভদ্ৰলোকে জেপৰপৰা সৰু বেগটো উলিয়াই মোৰফালে পাঁচটকীয়া নোট এখন আগবঢ়াই দি কলে : বিমল, এইটো লোৱাচোন, মিঠাই খাবা। মোৰ নামটো ভদ্ৰলোকে পাহৰা নাই ভাবি মনটো আনন্দৰে ভৰি পৰিল। : নালাগে, কিয় টকা ? : লোৱাচোন, নললে বেয়া পাম। আলহীয়ে বেয়া পোৱাটো মই কিয় কৰিম ? দেউতাই শুনিলেতো মোক মাৰিবই লাগিলে। মই পাঁচটকীয়া নোটখন হাতপাতি ললোঁ। দেউতাই ঘৰৰ পদূলিত থিয় হৈ আমাৰ কাণ্ড

চাই আছিল। গাড়ীখন গ'লগৈ। মই ঘূৰি আহি চোতাল পোৱাৰ লগে লগেই দেউতাই সুধিলেঃ তেওঁ তোক কি দিছিল ?

ঃ টকা পাঁচটা মিঠাই খাবলৈ।

ঃ টকা !! দেউতাই আচৰিত হৈ গাড়ীখন চলি যোৱা ৰাস্তা-টোলৈ চালে, তাৰ পিচত নিৰব হৈ কিছু সময় দুৱাৰৰ পোলাত ধৰি থিয় হৈ থাকি ভিতৰলৈ সোমাই গ'ল। দেউতাৰ মুখখনলৈ মই মন কৰিলোঁ— কেঁহাৰাজৰ দৰে দেউতাৰ মুখখন শেঁতা পৰি গৈছে। এইবাৰ কিছু সময়ৰ পিচত দেউতা ভিতৰৰপৰা ওলাই আহিলঃ চাওঁ টকা ক'তা, মোক দেচোন। মই দেউতালৈ পাঁচ-টকীয়া নোটখন আগবঢ়াই দিলোঁ। দেউতাই নোটখন ললে, লৈ দুয়োখন হাতৰ আঙুলিৰে কাগজৰ নোটখন টুকুৰা-টুকুৰকৈ ফালি পেলালে। খঙত দেউতাৰ মুখখন ৰঙা পৰি গৈছিল। আজিৰপৰা বাটৰপৰা নগৰৰ আলহীক ঘৰলৈ মাতি আনিবি, দেখিম তোক। মোৰ বৰ ভয় লাগিল—অকল ময়েই মাতি অনা নাছিলো—দেউতা-ইওতো মাতি আনিছিল ! হঠাতে দেউতাৰ খং উঠিল কিয় ! আজিৰ দৰে খং উঠা দেউতাৰ মই কোনো দিন দেখা পোৱা নাছিলোঁ। দেউতাৰ মুখলৈ মই উভতি চালোঁ— দেউতাৰ গালেদি দুটোপাল চকুপানীও বৈ গৈছে। কি আচৰিত। মই এইবোৰৰ অৰ্থ একো বুজি নাপাওঁ।

**অসমবাণী,**

**বছৰৰ গল্প '৬৪**

দিয়া দৰবখিনিৰ বাবে তাৰ হাতত মৰমীয়াল হুখীয়া দদায়েকে তুলি দিয়া দহটা টকা একোৱেই নহয়। সি এতিয়া থাকক বুলি সুদা হাতেৰে দোকানৰ পৰা ওলাই আহিল। ঘৈণীয়েকৰ অসহায় চকুৰ চাৱনি আকৌ তাৰ চকুৰ ওপৰত পৰিল। সি অপ্ৰস্তুত হল। লৰালৰিকৈ সি ওচৰৰ এখন গেলামালৰ দোকানত সোমাই তিনি কিলোমান চাউল কিনি গামোচাত টোপোলা বান্ধি ঘৰলৈ বুলি খোজ আগবঢ়াই দিলে। ঘৈণীয়েকে সেই দীঘল ওৰণি টানি পুনৰ তাৰ পিচ ললে। কিয় জানো ঘৈণীয়েকৰ কথা হঠাৎ মনত পৰিলে তাৰ পোনেই বিয়া কৰাই অনা চকলা টেঙাৰ দৰে গোল মুখৰ শকত-আৱত ৰূপদা বোলা বগী ছোৱালীজনীৰ কথা তাৰ মনত নপৰে—মনত পৰে সেই হস্পিতালত অসহায় ভাবে তালৈ চোৱা কাগজৰ দৰে শেঁতা মুখৰ ক্ষীণ ওথ চিৰাৰ দৰে চেপেটা স্তনৰ অসহায় দৃষ্টিৰ মানুহজনীৰ কথা কেৱল ৰূপদাই নহয়, সিহঁতৰ গাৱঁৰ যেন প্ৰত্যেকজনী মাইকী মানুহৰে জীৱন্ত প্ৰতীক এই ৰূপদা। নগৰৰ পৰা পাঁচ মাইলমান আঁতৰৰ সিহঁতৰ গাওঁখনৰ মাইকী মানুহখিনি অজ্ঞানতা আৰু নিৰক্ষৰতাৰ বালি হৈ কিমানদিন আছে আৰু কিমান দিন থাকিব লাগিব সেইটো ৰামদয়ালে ভাবি নাপায়।

যোৱা বছৰৰ কথা তাৰ মনত পৰে। গোটেই পৃথিৱীজুৰি মহিলা বৰ্ষ পালন কৰাৰ কথা সি নগৰলৈ গলে আৰ-তাৰ মুখত শুনিবলৈ পাইছিল। কিন্তু ৰূপদাহঁতে এই বিষয়ে একো ভু নাপায়। সিহঁতে বেমাৰী সন্তানক এমুঠি খুৱাবলৈ তেতিয়া গাৱঁৰ বাহিৰৰ চহকী মানুহৰ চোতালত বন কৰাত ব্যস্ত আছিল। শিক্ষিতা আৰু পৰিস্কাৰ কাপোৰ পিন্ধা মাইকী মানুহহে নালাগে মতা মানুহো সিহঁতে গাওঁখনত কোনোদিনে দেখা নাই। সিহঁতৰ গাৱঁৰ মহাজন হাজৰিকাৰ ঘৰৰ চাৰিবেৰৰ মাজত দুগৰাকীমান পৰিস্কাৰ কাপোৰ পিন্ধা মাইকী মানুহ আছে যদিও তেওঁলোক সিহঁতৰ বাবে দূৰৈৰ আকাশ! দেখা পায়, ছুব নোৱাৰে। এদিনৰ

কথা। নগৰন্ত হোৱা মহিলাৰ সভা এখনলৈ আহ্বান জনাই ফুৰাকীমান মহিলাই যেতিয়া বিস্লাত উঠি সিহঁতৰ গাৱঁৰ মাজেদি চিঞৰি গৈছিল তেতিয়া ৰূপদা হাজৰিকা মহাজনৰ ঘৰত হাজিৰা কাম কৰাত ব্যস্ত। ৰূপদাই বিস্লাত উঠি চিঞৰি যোৱা মানুহ কেইগৰাকীৰ কথাখিনি বুজি নাপায় যেতিয়া হাজৰিকাৰ ডাঙৰজনী ছোৱালীক সুধিলে, তাই তেতিয়া উত্তৰ দিলে ঃ তই এইবোৰৰ অৰ্থ বুজি নাপাৱ, নিজৰ কাম কৰি থাক। লগে লগে ৰূপদা নিমাত হৈ কোনোবাই আগদিনা মুখৰপৰা পেলোৱা তামোলৰ চেকাখিনি ফটাকানিৰে মোহাৰি মোহাৰি গুচুৱাত ব্যস্ত হৈ পৰিল। এইখিনি কথা অৱশ্যে তাক ৰূপদাই কোৱা। ৰূপদাৰ কথা মনত পাগুলি থাকোতে তাৰ নিজৰ সন্তান কেইটাৰ কথাও মনলৈ আহিল।

ডাঙৰজনী ছোৱালী ৰূপহীক ড্ৰাইভাৰ এটাই বিয়া কৰাইছে। গাৱঁৰ পৰা এদিনৰ বাটত থাকে। তাইৰ ভাগ্য ভাল। হাজৰিকা মহাজনৰ ঘৰত বন কৰি থাকোতেই তেওঁৰ ড্ৰাইভাৰ মাণিকৰ তাইৰ ওপৰত চকু পৰিল। আৰু তাইৰ বিয়াৰ কথা অকণো নাভাবোতেই এদিন ৰূপহী ড্ৰাইভাৰৰ সৈতে নিৰুদ্দেশ হল। ৰামদয়াল আৰু ৰূপদাই স্বস্তিৰ নিশ্বাস পেলালে। ৰূপহীয়ে ভালেই কৰিলে। নহ'লে সিহঁতে কোনোদিনেই তাইৰ বিয়াখন পাতি দিব নোৱাৰিলেহেঁতেন। অজাতিৰ লগত পলাই যোৱা বাবে সিহঁতে অৱশ্যে এশ টকা খৰচ কৰি ৰাইজক এটা ভোজভাত দিব লগা হ'ল। সেই এশ টকা সি সিহঁতৰ গাৱঁৰে তাৰ দৰে দুখীয়া হৰিচৰণ আৰু মদনৰ পৰা লৈছিল। সেইখিনি ধাৰ সি মাৰিবই লাগিব। নামাৰিলে তাৰ নিশ্চয় পাপ হ'ব। মৰমীয়াল দদায়েকে নিজৰ দৰিদ্ৰতাকো আওকাণ কৰি তাক মাজে মাজে টকাটো আধলিটো দি থাকে। সেইখিনি ধাৰ সি নমৰাকৈ কেনেকৈ থাকিব। ডাঙৰ ল'ৰা বাৰ বছৰীয়া নকুল এতিয়া গাৱঁৰে দুখীয়া মানুহখিনিৰ গৰু ৰখীয়া। বিনিময়ত পায় মাহে এটা বা দুটা টকা। লেৰেলা চেপেটা

অস্থিচর্মসাৰ গৰু-গাই কেইটা সম্মুখত লৈ পথাৰত নকুল ৰাভিপুৰাবে পৰা গধূলিলৈকে অনাই-বনাই ঘূৰি ফুৰে। তাৰ গাৰ বং বোকাত লেটি লোৱা মহৰ পিঠিৰ দৰে। স্কুলৰ মুখ সি এদিনো নেদেখিলে। তাৰ পিচৰ দুটা মাজে মাজে স্কুললৈ যায়। ল'ৰাৰ উপস্থিতি হলেহে বহা স্কুলখন ঘৰৰ পৰা দুমাইল আঁতৰত। যিদিনা ভাত খাই সেইদিনা সিহঁতে স্কুললৈ যায়, নহলে নাযায়। গোটেই দিনটো সিহঁতে সেইদিনা বনৰীয়া আলু-কচু বিচৰাত ব্যস্ত হয়। ৰামদয়ালে ভাবিলে সকলোতকৈ পেটৰ ভোকটোৱেই ডাঙৰ কথা। পেটৰ কথা ভবাৰ লগে লগে ৰামদয়ালৰ পেটটো ভোকত কৰ্-মৰাই উঠিল। সি অস্থিৰ হৈ পৰিল কেতিয়ালৈ সি ঘৰ পাবগৈ। সি নগৰত আৰু এটা কথা শুনিবলৈ পালে আজি। তাৰ অশিক্ষিত মনে সেইবোৰ বুজি নাপায়। কিন্তু সি এটা কথা বুজিলে যে তাৰ দৰে যিবোৰ মানুহে মহাজনৰ ওচৰত ধাৰ কৰিছিল সেইবোৰ আৰু সিহঁতে ঘূৰাই দিব নালাগে। কথাটো তাৰ মনৰ ভিতৰতে বিশ্বাস-অবিশ্বাসৰ দোমোজাত ঘূৰি পকি আছে। নগৰত একেলগে মানুহৰ ঘৰত দিন হাজিৰা কৰা তাৰ লগৰে যদুৱে এদিন তাক কৈছিল— আমাৰ দুখীয়া মানুহবোৰৰ উদ্ধাৰকাৰী ওলাল ৰামদয়াল। আমাৰ এইবাৰ মুক্তি হ'ব। যদুৰ কথাষাৰ মনত পৰাৰ লগে লগে ৰামদয়ালৰ কান্ধৰ পৰা হাজৰিকা মহাজনৰ ওচৰত লগোৱা ধাৰৰ গধুৰ বোজাটো যেন হঠাৎ খুহি পৰিল। তাৰ কান্ধটো পাতল পাতল লাগিল। কিন্তু তাৰ হৃদপিণ্ডত যেন কিহবাই হঠাৎ খুচি দিলে। মদনৰ ধাৰখিনি কি হ'ব ? হৰিচৰণৰ খিনি ? দুখীয়া দদায়েকে দিয়া পয়চাবোৰ ? সিহঁতো তাৰ দৰেই এসাজ খাই এসাজ নাখাই জীয়াই থকা দুখীয়া মানুহ। নৈতিক কৰ্ত্তব্যবোধে তাৰ বিবেকক অহৰহ দংশন কৰিবলৈ ধৰিলে। সিহঁতৰ পয়চাবোৰ সি নিশ্চয় ঘূৰাই দিব।

ঘৰ পাবলৈ বেছি দূৰ নাই। মহাজনৰ ঘৰৰ বাঁহনিখন পাৰ হৈ কেঁকুৰিটো ঘূৰিলেই তাৰ পঁজাটো চকুত পৰিব। তাৰ চকুত

পৰিব। তাৰ চকুৰ আগত তাৰ মাটি কেইডৰা জিলিকি উঠিল। মাটি কেইডৰা নৈৰ পানীয়ে প্ৰায় গোটেই কেইমাছেই ডুবাই ৰাখিছে। তথাপি খেতি কৰাৰ সময় আৰু এমাহমান আছে যেতিয়া সি কঠিয়া কিনি খেতি কৰিব পাৰিব। পাঁচশ টকাৰ লগত আৰু দুশমান সি জীয়েকৰ পৰা ধাৰ লৈ দুটা হালোৱা গৰু কিনি পেলাব। জীয়েকে নিশ্চয় নিদিওঁ বুলি নকয়। জীয়েকৰ পৰা ধাৰলৈ লোৱা বুদ্ধিটো তাৰ মনত খেলোৱাৰ বাবে সি নিজকে বৰ বুধিয়ক যেন অনুভৱ কৰিলে। হাতৰ আঙুলিৰে গামোচাত বান্ধি অনা টকাখিনিত সি আলফুলকৈ হাত ফুৰাই দিলে। ঘৰ পাবলৈ বেছি দূৰ নাই।

বেলি তেতিয়া ডুব গৈ আকাশত তৰা ওলাল। গাওঁ-খনলৈ নিস্তব্ধতা নামি আহিছে। কোবাকুবিকৈ ৰামদয়াল তাৰ ঘৰৰ সন্মুখ পালেগৈ। ঘৰৰ চোতালত দেখোন টিপচাকিটো টিমিক্-টামাককৈ জ্বলি আছে। দুখন পিৰাত তাৰ বিপদৰ বন্ধু ৰামচৰণ আৰু মদন বহি আছে। দদায়েক তালৈকে বাট চাই পদূলিমুখত বৈ আছে। চাদৰৰ আচলেৰে চকু মোহাৰি মোহাৰি এইজনী কোন? ঘৈণীয়েক ৰূপদা নেকি? নহয় জীয়েক ৰূপহীহে। ওচৰ পোৱাৰ লগে লগে টিমিক-টামাক পোহৰত ৰূপহীৰ বগা মুখখন জিলিকি পৰিল। তাইৰ কপালত লোৱা সেন্দুৰখিনি বেলি ডুবাব সময়ৰ পশ্চিমৰ আকাশৰ বঙা ডাৱৰখিনিৰদৰে গোটেই কপালতে বিয়পি পৰিছে। কান্দি কান্দি চকুকেইটা তাইৰ উথহি পৰিছে। ৰূপদাই ভিতৰত কান্দিছে। ইএখন মোৰ কপাল, এইখন মোৰ কপাল বুলি মাজে তাই ভিতৰত কপালত থপৰিয়াইছে। দদায়েকৰ সন্মুখত ৰামদয়াল থিয় হল। : কি হল দদাই, ৰূপহী কেতিয়া আহিল। তাই কিয় কান্দিছে দেউতাকৰ মাত শুনি ৰূপহী বেছিকৈ উচুপি উঠিল। দদায়েকে অনুচ্চ শব্দেৰে ৰামদয়ালক কলে : ৰূপহীৰ গিৰিয়েকৰ এক্সিডেণ্ট হৈছে। তাক ডিব্ৰুগড়ৰ মেডিকেল কলেজত থৈ তাই

বাছত আহি এইখিনি পাইছেহি। জোৱাইৰ বোলে মূৰৰ অপাৰেচন কৰিব লাগিব। নহলে বচাৰ আশা নাই। হাতত ভাইৰ এটাও পইচা নাই। ইফালে অপাৰেচনৰ বাবে টকা তিনিশ নহলেই নহয়।

ৰামদয়ালৰ বুকুখন কঁপি উঠিল।

ঃ মহাজনৰ ওচৰলৈকে........

দদায়েকৰ কথাখিনি শেষ নৌ হওঁতেই ৰামদয়ালে তাৰ কঁকালৰ গামোচাত থকা টকা পাঁচশ হাতেৰে মুঠি মাৰি ধৰিলে।

ঃ দদাই, মই আজি চৰকাৰৰ পৰা গৰু কিনিবৰ বাবে টকা পাঁচশ ঋণ পাইছোঁ। তাৰেই নহবনে জোৱাইৰ জীৱনটো ৰক্ষা কৰিবলৈ ?

দদায়েকে ভগৱানৰ প্ৰতি কৃতজ্ঞ হৈ ওপৰলৈ এবাৰ লক্ষ্য কৰি মূৰ দোঁৱালে। ৰূপহীয়ে আশাৰ ৰেঙনি দেখা পালে।

ৰাতিপুৱা টকাখিনি কঁকালৰ খামোচাত বান্ধি জীয়েক ৰূপহীক লগত লৈ ৰামদয়ালে ডিব্ৰুগড়ৰ বাছ ধৰিবলৈ নগৰলৈ খোজ আগবঢ়াই দিলে। গৈ থাকোতে তাৰ চকুত পৰিল তাৰ মাটি কেইডৰাৰ ওপৰত নৈৰ পানীখিনি স্থিৰ হৈ ৰৈ আছে। পানীৰ ওপৰত ওলাই থকা ঢুডালমান বনত এটা জিঞোই ইডাল বনৰ পৰা সিডাল বনলৈ জপিয়াই উৰি ফুৰিছে। সিহঁতৰ ভৰিৰ শব্দ শুনি পাৰত বহি থকা এটা পাতবেং জপং কৰে পানীত জাপ মাৰি দিলে। হঠাৎ পানীখিনি অস্থিৰ হৈ লৰি উঠিল।

এসপ্তাহৰ পিচত ৰামদয়াল ডিব্ৰুগড়ৰ পৰা ঘূৰি আহিল। ৰূপহীৰ কপালৰ সেন্দুৰখিনি এইবাৰলৈ অক্ষয় হৈ ব'ল। ঋণ লোৱা টকাখিনিৰ যি ছুই চাৰি টকা বাকী থাকিল সেইখিনি দদায়েক মদন আৰু হৰিচৰণৰ হাতত সিহঁতৰ পৰা লোৱা ঋণৰ প্ৰতিদান

ৰপে তুলি দি সি স্বস্তিৰ নিশ্বাস ল'লে। অনাগত জীৱনলৈ আহিব-লগীয়া অন্ধকাৰখিনিৰ কথা তাৰ এক মুহূৰ্তলৈকো ভাবিবলৈ আৰু ইচ্ছা নহ'ল।

সি পুনৰ কান্ধত কোৰখন লৈ ৰাতিপুৱা পথাৰলৈ যাত্রা কৰিলে। আৰম্ভ হ'ল তাৰ সেই একেই জীৱনৰ পুনৰাবৃত্তি।

অসমবাণী

জানুৱাৰী '৭৭

# অনুৰূপা

দুটা ল'ৰা—সুশান্ত আৰু অশান্ত। মাক শৈলবালা। দুয়োটা ল'ৰাৰে নাম শৈলবালাই নিজে দিছিল। সুশান্ত নামে কামে সুশান্ত। প্ৰথম পুত্ৰৰ লগত নামটো মিলাবলৈকে দ্বিতীয় পুত্ৰৰ নাম অশান্ত থ'লে শৈলবালায়। নামৰ লগত অশান্তৰ চৰিত্ৰৰ কোনো মিল নাই। অশান্ত সুশান্ততকৈ বেছিহে গম্ভীৰ। অশান্তৰ জন্মৰ কেইবছৰমানৰ পিছতে শৈলবালাই স্বামীক হেৰুৱাব লগা হৈছিল। আৰু তাৰ পিছত দৰিদ্ৰতাৰ লগত যুদ্ধকৰিবলৈকে শৈলবালা এদিন স্কুললৈ ওলাই গ'ল।

শৈলবালা মেট্ৰিক পাছ। যি সময়ত শৈলবালাই বৈধব্যৰ সাজ পিন্ধি স্কুললৈ যাব লগা হৈছিল সেই সময়ত মেট্ৰিক পাছ লোকৰো মূল্য আছিল। সুদীৰ্ঘকাল দৰিদ্ৰতাৰ লগত যুদ্ধ কৰি কৰি শৈলবালা আহি এতিয়া জীৱনৰ শেষ সীমাত উপনীত হৈছেহি— এতিয়া শৈলবালাৰ বিশেষ চিন্তা নাই। ইতিমধ্যে সুশান্তৰ বিয়াও হৈ গ'ল। সুশান্তৰ পঢ়া শেষ হ'ল। চাকৰি কৰি শৈলবালাক স্কুলৰ পৰা আঁতৰাই আনিলে। অনিচ্ছা স্বত্বেও শৈলবালাই স্কুল এৰিব লগা হ'ল। পোন্ধৰবছৰৰো ওপৰকাল চাকৰি কৰা স্কুলখনৰ প্ৰতি তেওঁৰ এক স্বকীয়া স্নেহ হৈছিল। তথাপি শৈলবালাই স্কুল

এৰিলে। সুশান্ত আৰু বোৱাৰী কুমুদিনীৰ অনুৰোধ। অশান্তইও জোৰ দিলে। শৈলবালাই ভাবিছিল— সুশান্ত-অশান্তহঁতৰ কথামতে স্কুল এৰি দিলে যদিও এতিয়া পুতেকহঁতৰ সংসাৰ চাই তেওঁ নিজে উপভোগ কৰিবলৈ নোপোৱা সুখকণ অনুভৱ কৰিব পাৰিব। পাৰিলেহেঁতেন—যদি তেওঁৰ বোৱাৰী কুমুদিনীও পুতেকহঁতৰ নিচিনাই হ'লহেতেন। তাকে নঘটিল শৈলবালাৰ জীৱনত। চুবুৰীৰ সকলোৱে জানে শৈলবালাৰ মনত সুখ নাই, যি সুখ শৈলবালাই দুবছৰৰ আগতে সুশান্ত আৰু অশান্তৰ পৰা পাইছিল সেই সুখ একেবাৰেই শেষ হৈ গ'ল—বোৱাৰী কুমুদিনীৰ উপস্থিতিত। শিক্ষিতা বোৱাৰী অথচ শাহুৱেকৰ উপদেশ মানিব নোখোজে। আনকি কুমুদিনীয়ে সুশান্তৰ কথাও বৰকৈ শুনিব নোখোজে। যিখন ঘৰত পঁচিশ-ছাবিশ বছৰ ধৰি শৈলবালাৰ নিজস্ব প্ৰতিপত্তি চলি আহিছিল সেইখন ঘৰতে এই দুবছৰে কুমুদিনী নামৰ বোৱাৰীৰ একাধিপত্য বিৰাজমান। সুশান্তইও আজিকালি কুমুদিনীৰ কথামতেহে চলা হ'ল। শৈলবালাই মনে মনে কয় কেতিয়াবা,—তিৰোতা সেৰুৱা! অকণমানো তোৰ লাজ হ'ব নাপায়নে? মই গু-মুত ধুই ডাঙৰ কৰা মাকজনী আপোন নহৈ এতিয়া দুবছৰৰ চিনাকি ছোৱালীজনীহে তাৰ আপোন হ'ল।

...সন্ধিয়া হ'বলৈ কিছু পলম আছে। কুমুদিনীয়ে এতিয়া কোঠাবোৰত ধুনা দিছে। সুশান্ত আৰু অশান্ত ক্লাবলৈ নে বন্ধুৰ ঘৰলৈ ওলাই গ'ল। শৈলবালাও গোসাঁইঘৰত সোমাবলৈ পলম আছে। বাৰান্দাৰ ৰেলিঙত ধৰি শৰতৰ মেঘমুক্ত আকাশলৈ চাই খংটো দমাবলৈ চেষ্টা কৰিলে। খং উঠিছিল শৈলবালাৰ। খং উঠাৰ অৱশ্যে কাৰণ আছিল। বিয়াত কি খুৱাব সেইটো লৈয়ে সুশান্ত আৰু মাকৰ মাজত তৰ্ক হৈছিল। অশান্তই লাজ কৰি সেইবোৰত যোগ দিয়া নাছিল। নিজৰ বিয়াৰ কথা পাতিবলৈ অশান্তৰ মনে মনে লাজ লাগিছিল। তথাপি নবৌয়েক আৰু ককায়ে-

কৰ কথাতেই অশান্তই "হ'ব" বুলি কলে। শেষত কোমলচাউল ঠিক নকৰাটোৱেই ঠিক হ'ল। নাজিৰাত ভাল ৰসগোল্লা পোৱা নাযায় গতিকে আমগুৰিৰ ফালে ঠিক কৰিব লাগিব। বোকাখাটত শুদ্ধ গাখীৰৰ পেৰা পোৱা যায় বোলে। অশান্তৰ কোনোবা বন্ধু থকা বুলি জনাত সুশান্তই অশান্তক দিলে সেইটোৰ ভাৰ, বন্ধুলৈকে লিখিব, বন্দবস্ত কৰি দিবলৈ। দৈ গাখীৰ তিনিমোনমান আৰু ক্ৰীমৰ কথা দিচাংমুখৰ নেপালী খুটিত ক'ব লাগিব। যেনেকৈয়ে নহওক মানুহক ভালকৈ খুৱাব লাগিব। অশান্তই মোটা দৰমহাৰ চাকৰি কৰে। ভালকৈ খুৱাব নোৱাৰিলে মানুহে কৃপণ বুলি হাঁহিব। মানুহেতো নাভাবে, সুশান্ত আৰু অশান্তই কলেজত পঢ়োঁতে লগা ধাৰবোৰ যে এতিয়াহে মৰিছে। মানুহৰ স্বভাৱেই এইটো— টকাৰ অভাৱত তুমি দুদিন ভাত নোখোৱাকৈ পৰি থাকা তথাপি তুমি চকুত নপৰা। কিন্তু কোনোবাই দুপয়চা আৰ্জ্জন কৰি হিচাব কৰি খৰচ কৰা দেখিলে কৃপণ বুলি ঢোলপিটি হাঁহিব। অলঙ্কাৰখিনি গঢ়োৱাৰ ভাৰ কুমুদিনীয়ে ললে। বেছিকৈ বাখৰ দি গঢ়াব লাগিব সোণবোৰ যাতে বেছিকৈ ওলাই নাথাকে। চৈধ্য কেৰেট সোণ— গৰমকালি ক'লা পৰিও যাব পাৰে— ৰঙা আৰু বগা বাখৰ বেছিকৈ দি দিলে ধৰিব পৰা নাযাব। কুমুদিনীয়ে কোনোবা বান্ধবীয়ে পিন্ধা দেখিছিল এনেধৰণেৰে তৈয়াৰ কৰা অলঙ্কাৰ। দেখি ভাল লাগিছিল কুমুদিনীৰ আৰু সেইবাবে তেনেদৰেই গোটেই চেট্‌টো গঢ়াব বুলি মনতে ঠিক কৰিলে। সকলো ঠিক হ'ল। কিন্তু ছোৱালীজনী কোনেও দেখা নাই। শৈলবালালৈ ফটো একপি পঠাইছে কইনাৰ দেউতাকে। ফটো দেখি শৈলবালাৰ মৰম লাগি গ'ল। যোৰাও আহিছে ভালকৈ।. কিন্তু কুমুদিনীয়ে কলে: ফটো চায়েই ছোৱালী কেনেকুৱা ধৰিব নোৱাৰি। এবাৰ চাই আহিবলৈ যাবই লাগিব। এইবাৰো শৈলবালা হাৰিব লগা হ'ল। কুমুদিনীয়ে অশান্তক কলে: তুমি জয়শ্ৰীক চাবলৈ নোযোৱা

এবাৰো ? ঃ কোন জয়শ্ৰী ? ঃ কিয় তোমাৰ কন্যা ? অশান্তৰ মুখখন লাজে আৱৰি ধৰিলে। ঃ মোৰ কোনো আপত্তি নাই মই কইনা চাবলৈ নাযাওঁ— তোমালোকে যাকে ভাল দেখা, মায়ে যাক ভাল দেখে সেয়েই মোৰো পচন্দ। কিন্তু মায়ে দেখোন কৈছে ছোৱালীৰ ফটো পঠাইছে বুলি — আকৌ ছোৱালী চোৱাৰ কি কাৰণ থাকিব পাৰে ? ঃ তুমি বৰ অঁকৰা। আজিকালিৰ দিনতো ইমান অঁকৰা মানুহ আছে বুলি মই আজিহে জানিলোঁ। ফটোখনত কেৱল ছোৱালীজনীৰ মুখখনহে দেখা পাবা— ধৰা, যদি ছোৱালীজনীৰ ভৰি এটা কোঙা! নবৌয়েকৰ কথা শুনি অশান্তৰ বুকুখন অজান আশঙ্কাত কঁপি উঠিল— সঁচাকৈয়ে যদি কোঙা হয় ? অশান্তই কলে ঃ বাৰু যাবা নবৌ। তোমালোকেই চাই আহিবাগৈ। মোৰ লাজ লাগে, নাযাওঁ পাই। শেষৰ বাক্যটো সৰু ল'ৰাৰ দৰে অশান্তই কলে।

আচলতে কুমুদিনীয়ে জানে জয়শ্ৰী নামৰ ছোৱালীজনী যিমান মৰম লগা সিমান যে নিঘূণীও তাত কোনো সন্দেহ নাই। অশান্তৰ নিচিনা সুচৰিত্ৰবান আৰু সুচেহেৰাৰ ল'ৰা এটালৈ কেতিয়াও কোনো কাহানিও—কোনো বাপেকে ষড়যন্ত্ৰ কৰি ছোৱালী বিয়াদিবলৈ সাহ কৰিব নোৱাৰে। কুমুদিনীৰ উদ্দেশ্য কইনাৰ ঘৰখন চোৱা। তেওঁলোকে জানে জয়শ্ৰীৰ দেউতাকে চৰকাৰী চাকৰি কৰে। জয়শ্ৰী ডাঙৰ ছোৱালী। এইবাৰ বি, এ, পাছ কৰিছে। দেউতাক যে ভাল— আন ছোৱালীৰ বাপেকৰ দৰে ছোৱালীৰ অযথা গুণগান চিঠিত এদিনো কৰা নাই দেউতাকে। অশান্তৰ দৰে এটা ল'ৰা পাই তেওঁযে নথৈ সুখী হৈছে তাক বাৰে বাৰে চিঠিত উল্লেখ কৰিবলৈ পাহৰা নাই। জয়শ্ৰীৰ মৰম লগা মুখখন দেখি শৈলবালাই ফটোখনতে টুপুককৈ চুমা এটা খাই দিলে। শৈলবালাই জয়শ্ৰীৰ ফটো আৰু দেউতাকৰ চিঠিতে সন্তুষ্ট হৈছিল। কিন্তু কুমুদিনী আৰু সুশান্তই নেৰিলে। শৈলবালাই গমপাইছিল এইটো কথাত সুশান্তই বৰ বেছি

জোৰ দিয়া নাছিল যদিও কুমুদিনীৰ উচটনিয়েহে সুশান্তক বাধ্য কৰালে। শৈলবালাই কলে: নোযোৱাটো যেতিয়া নহলেই তেতিয়া-হলে মৰো যাম। শেষত শৈলবালাইও যোৱাটোকে ঠিক কৰিলে। পিছদিনাখনেই তিনিও গোলাঘাটলৈ যাব। সুশান্ত ওলাই গ'ল। টেক্সী এখন বন্দবস্ত কৰি আহিবলৈ। কুমুদিনীয়ে অশান্তক জোকালে: তোমাৰ নিচিনা ধৰ্ম্ম যুধিষ্ঠিৰ দেখা নাই। তোমাৰ জীপখন থাকোতেও ককায়েৰে টেক্সী ভাৰা কৰিবলৈ যাব লগা হ'ল। নিজৰ চৰকাৰী গাড়ীখন ব্যক্তিগত কামত এদিনো নখটোৱাৰ কথাটো অশান্তক নবৌৱেকে প্ৰায়ে শুনাই থাকে।

পিছদিনাখনেই শৈলবালা, সুশান্ত আৰু কুমুদিনীও গোলা-ঘাটলৈ যাত্ৰা কৰিলে। মানুহক সুধি সুধি আমোলাপট্টিৰ পদ্মনাথ কাকতিৰ ঘৰটো উলিয়াই ললে। পদুলিটো সোমায়ে শৈলবালাই ইফালে সিফালে মন কৰিলে। আহল-বহল ঘৰদুৱাৰ। পদ্মনাথ কাকতিয়ে পদুলীৰ পৰাই তেওঁলোকক আগবঢ়াই নিলে। মৰম লগা সুগঢ়ী ছোৱালী এজনী হঠাৎ আগেদিয়ে চুচুক-চামাককৈ আন এটা কোঠালৈ সোমাই গ'ল। খোজ কেইটা ভাল। শৈলবালাই লক্ষ্য কৰিলে। ৰংটোও গাখীৰত সেন্দুৰ মিশ্ৰিত ৰং নহয় যদিও বেয়া নহয়। মিঠা। সুশান্তক চ'ৰাঘৰতে বহিবলৈ দি কাকতি আৰু পত্নীয়ে শৈলবালা আৰু কুমুদিনীক ভিতৰলৈ লৈ গ'ল। দুই এটা ল'ৰা ছোৱালীয়ে আগেদি অহা যোৱা কৰিলে। জয়শ্ৰীয়ে হাতত কোমল জাপিথোৱা দলিচা এখন লৈ আহি কোঠাৰ মাজত থিয় হৈ মাকলৈ চাই কলে: মা, এইখিনিতে দিমনেকি বহিবলৈ? : অঁ দে। জয়শ্ৰীয়ে পাৰি দিয়া দলিচাখনতে শৈলবালা আৰু কুমুদিনী বহিল। সুশান্তৰ লগত কথা পাতি দেউতাক পদ্মনাথ কাকতিয়ে শৈলবালা-হঁতৰ লগতো একাষাৰ কথা পাতি গ'লহি। বাটত কিবা কষ্ট পাইছিলনেকি এনেকুৱা ধৰণৰ কথা। জয়শ্ৰীৰ মাক পাকঘৰলৈ সোমাই গ'ল। এবাৰ শৈলবালাই শুনিলে: মা, বটাটো দিওঁতে

বহি দিবি। ঠাইখন হাতেৰে আগতে মোহাৰি লবি। মাকে জীয়েক-ক দিয়া উপদেশ। সকলো অসমীয়া মাকেই চিৰন্তন শিকাই অহা এষাৰ কথা। জয়শ্ৰী আহি বটাটো দিওঁতে শৈলবালাই জয়শ্ৰীৰ বাহুত হাত দি সুধিলে: তোমাৰ নাম কি মা? : জয়শ্ৰী। নামটো কওঁতে জয়শ্ৰীৰ আজলী চাৱনিটো কুমুদিনীৰ চকুত পৰিলগৈ। কুমুদিনীয়ে জয়শ্ৰীলৈ চাই মিচিককৈ হাঁহি দিলে। বহাৰ পৰা উঠি জয়শ্ৰী পাকঘৰলৈ সোমাই গ'ল। সুশান্তৰ আগতো এবাৰ জয়শ্ৰী ওলাবলগীয়া হ'ল। শৈলবালাইঁতে পদ্মনাথ কাকতিক কথা দি উভটি আহিল।

শৈলবালাই ওৰে বাটটো ভাবিলে— হওক এইজনী ছোৱালী মোৰ মনঃপুত বোৱাৰী হ'ব। জয়শ্ৰী কুমুদিনীতকৈ বহুত শান্ত। লখিমী ছোৱালী। কালিলৈকে যেন জয়শ্ৰীক আনি ঘৰ সুমুৱাবহি এনে লাগিল শৈলবালাৰ।

···কেইমাহমানৰ পিছত বিয়াখন হৈ গ'ল। দুজনী বোৱাৰীৰ উপস্থিতিত শৈলবালাৰ মন উৰা মাৰিছিল দূৰ অতীতলৈ। স্বামীৰ মুখখন বাৰে বাৰে ভাঁহি উঠিছিল তেওঁৰ চকুৰ মণিত। আজি যদি তেওঁৰ স্বামী জীয়াই থাকিলহেঁতেন!

শৈলবালাই মন কৰিছিল কুমুদিনীতকৈ জয়শ্ৰী বেলেগ,— সম্পূৰ্ণ বেলেগ। কুমুদিনীয়ে যি মন যায় তাকে নিজ ইচ্ছামতে কৰি পেলাইছিল। শাহুৰ অনুমতি কোনোদিনেই লোৱা নাছিল। কিন্তু জয়শ্ৰীয়ে প্ৰত্যেক খোজতে শাহুৰ পৰামৰ্শ লৈছিল। অশান্তই যদি কৈ থৈ যাব: আজি মোৰ দুজনমান বন্ধু আহিব চাহ-তাহৰ যোগাৰ কৰিবা—সেইদিনা জয়শ্ৰীয়ে শৈলবালাক সুধিব: কি তৈয়াৰ কৰিম মা? বহাকোঠাটোৰ আচবাববোৰ অলপ সাল-সলনি কৰিবৰ মন গলেও জয়শ্ৰীয়ে শাহুৱেকৰ অনুমতি লৈহে সেইটো কৰিব। আগফালৰ উদং চিৰিটোৰ কাষত ছুঁটা কিবা ফুলৰ টাব থৈ দিলে ঘৰটো গহীন গহীন লাগিব। শাহুৱেকৰ অনুমতি লৈ অশান্তৰ

হতুৱাই জয়শ্ৰীয়ে নাৰ্চাৰীৰ পৰা ছুটা ৰজনীগন্ধাৰ টাব অনাই ভাত খোৱালে। ভাল চিনেমা এখন চাবৰ মন গ'লে শাহুৱেকক সুধিব : গ'লে বেয়া হ'ব নেকি মা ? যাবলৈ যেতিয়া শাহুৱেকে ক'ব তেতিয়া শাহুৱেককো লগ ধৰিব : আপুনিও ওলাওক মা। অপূৰ্ব্ব সন্তুষ্টিৰে শৈলবালাই তেতিয়া ক'ব : তোমালোকেই যোৱা, মোৰ দেখোন যাবলৈ মনেই নাযায়। শৈলবালাই ভাবিলে— আগতে কুমুদিনীয়ে দেখোন এনেকুৱাকৈ এষাৰ কথাও তেওঁক সোধাৰ কথা মনত নপৰে !! সঁচাকৈয়ে এইজনী লখিমী বোৱাৰী।

কেইমাহমানৰ পিছত অশান্তৰ কৰ্ম্মস্থলৰ সলনি হ'ল। অশান্ত গ'লগৈ। ছমাহৰ পিছত অশান্তই জয়শ্ৰীলৈ লিখিলে ইয়াত মোৰ অকলে থাকি সমুলি ভাল লগা নাই। মাক সুধিবাচোন। কি সুধিবলৈ কৈছে জয়শ্ৰীয়ে বুজিলে। মানে তেওঁক তালৈ যোৱাৰ কথা কৈছে। জয়শ্ৰীয়ে প্ৰথমে কথাটো জাক কুমুদিনীক কলে। কুমুদিনীয়ে কলে : বেচেৰাই নিজে মাকক কথাটো ক'ব নোৱাৰে হ'ব পায়! মা অমান্তি নহ'ব যতদূৰ সম্ভৱ। তোমাৰ অবিহনে যদি অশান্তৰ অসুবিধা হয় তেতিয়াহলে তোমাক বিয়া কৰাই অনাৰনো কি লাভ হ'ল তেওঁৰ ? দুষ্টামিৰ হাঁহি মাৰি কুমুদিনীয়ে জয়শ্ৰীলৈ চালে। : ইস্ বাইদেউৰ যে কথাবোৰ! জয়শ্ৰীয়ে লাজকৰি হাঁহিলে।

তাৰপিছত জয়শ্ৰীৰ শাহুৱেকৰ পৰা অনুমতি লোৱা হ'ল। কুমুদিনীয়ে মনে মনে ভাবিলে শাহুৱেক জয়শ্ৰীৰ প্ৰতি ইমান তুষ্ট কিয় ? কুমুদিনীয়েতো শাহুৱেকৰ বাবে অনেক কৰিলে। তথাপি কুমুদিনীয়ে কিবা কলে শাহুৱেক শৈলবালাই এবাৰ নহয় এবাৰ প্ৰতিবাদ কৰিহে এৰিব। পিছত তাতে লাগিলে মান্তি হ'ব, কিন্তু প্ৰথমতে প্ৰতিবাদ নকৰাকৈ নেৰে। যাওক, জয়শ্ৰী অশান্তৰ লগতে থাককগৈ। জীৱনৰ আৰম্ভণিতে যদি জীৱনটোক উপভোগ কৰি নলয় তেতিয়াহলে কেতিয়া কৰিব ? পিছত বুঢ়া হৈ আহিলে

জীৱনৰ স্বাদ হেৰাই যাব। শৈলবালাৰ জীৱনতে কুমুদিনীয়ে দেখা পাইছে।

জয়শ্ৰী অশান্তৰ তালৈ গুচি যোৱাৰ পিছত কুমুদিনীহঁতে দেখিছিল—শৈলবালাৰ আনন্দ আৰু সন্তুষ্টিৰে ভৰিথকা মনটো পুনৰ নিৰাশা আৰু বিতৃষ্ণাৰে ভৰি গৈছে। জয়শ্ৰীয়ে শাহুয়েকৰ মনলৈ কেনেকৈ ইমান সন্তুষ্টি আনি দিব পাৰিছিল! কুমুদিনীয়ে এদিন গিৰিয়েকক কলে: মা-ক সুধিবচোন মোৰ কথা বা কাৰ্যাত কিবা দোষ দেখিছে নেকি?

সুশান্তই কলে: তুমিনো কি ভাবা? মা-বুঢ়া হৈ আহিছে অলপ খিংখিঙিয়া হবই। তুমিও হয়তো এদিন হ'বা, যেতিয়া বোৱাৰী আনিবা। এটা সন্তানৰ মাক হবলৈ আগবাঢ়ি যোৱা কুমুদিনীয়ে কলে: তোমাৰ অকণো লাজ নাই মা-ই শুনিলে কি ভাবিব? কুমুদিনীৰ মুৰত হাত বুলাই সুশান্তই কলে: নাই, নাই তুমি একো ভাবিব নালাগে। মা-এনেকুৱাই। আগৰে পৰাই এনেকুৱা।

: নহয়—মই বৰ ভাগৰি পৰিছোঁ। মাই যদি মোৰ লগত থাকি বেয়া পাইছে দেখাদেখিকৈ কৈ দিলেই দেখোন হয় জয়শ্ৰীৰ লগতে থাককগৈ মা। মই···। মই কুমুদিনীৰ মাতটো বেজাৰত কঁপি উঠিছিল। ঠিক এনে সময়তে শাহুয়েক শৈলবালা সশৰীৰে আহি সুশান্ত আৰু কমুদিনীৰ সন্মুখত থিয় হ'লহি।

: তাকে নোকোৱা কিয়? জয়শ্ৰীৰ তালৈকে মই যামগৈ। এনেকুৱা হব বুলি মই আগতে এবাৰো ভাবিবলৈ নহ'ল।

সুশান্তই কলে: মা-তই ভুল বুজিছ। কুমুদিনীয়ে সেইটো কোৱা নাই।

: কি ভুল বুজিছোঁ—নিজৰ কাণখনক মই বিশ্বাস নকৰিমনে? কিয়—কুমুদিনীয়ে তোক কোৱা নাই—জয়শ্ৰীৰ লগতে মা থাককগৈ বুলি? যামগৈ—মই জয়শ্ৰীহঁতৰ তালৈকে যামগৈ।

কুমুদিনীৰ সেই সময়ত ভাত খিয়হৈ থকাৰ ধৈৰ্য্য নাছিল। কোনোদিনেই তাই নিজৰ খামখেয়ালী মনটোৰ বাবে শাহুৱেকক সন্তোষ দিব নোৱাৰিলে আৰু ভৱিষ্যতেও যে পাৰিব সন্দেহ। শাহুৱেকে তাইক কোনো দিনেই নুবুজিলে। অনেক বুজনিৰ পিছতো কান্দি কান্দি শৈলবালা অশান্তৰ লগত এদিন গুচি গ'ল।

জয়শ্ৰী আৰু অশান্তৰ সংসাৰৰ মাজত শৈলবালাই মনৰ শান্তিৰে জীৱন কটাবলৈ আৰম্ভ কৰিলে। শান্তি নথকাৰ কোনো মানে নাই, যিহেতু শাহুৱেক অহাৰ পিছৰ পৰা জয়শ্ৰীয়ে প্ৰত্যেক কথাতে শাহুৱেকৰ অনুমতি লবলৈ নাপাহৰিছিল। ...কিন্তু এদিন এই শান্তি হেৰাই গ'ল শৈলবালাৰ জীৱনৰ পৰা। কি কুক্ষণত এই কথাষাৰ শুনিব লগীয়া হল শৈলবালাই! আনকালৰ দৰে সেইদিনাও শৈলবালাহঁতে ভাত খাই উঠাৰ পিচত অশান্ত নিজৰ কোঠালৈ সোমাই গৈছিল। ভাতখোৱা কাঁহী-বাটি সামৰি জয়শ্ৰীও সোমাই গৈছিল ভিতৰলৈ। দুপৰীয়া অফিচলৈ যোৱাৰ আগতে টোপনি যাওক-নাযাওক অশান্তই বিচনাত এবাগৰ মাৰিবই। জয়শ্ৰীয়ে কাষতে বহি কেতিয়াবা কিবা এখন আলোচনী পঢ়িব, কেতিয়াবা কিবা এটা গুঠিব, কেতিয়াবা অশান্তৰ চুলিত আঙুলি বুলাই দুই এটা কথা পাতিব নাইবা কেতিয়াবা অশান্তৰ কাষতে শুই টোপনি যাব।

সেইদিনাখনো অশান্তৰ কাষত জয়শ্ৰী শুই আছিল আৰু দুয়োটাৰ মুখৰপৰা দুই এটা কথা সৰি পৰিছিল। কিবা এটা ভাবি সেই সময়ত নিজৰ কোঠাৰ বিচনাত বাগৰি থকা শৈলবালা বিচনাৰ পৰা উঠি সিহঁতৰ কোঠাৰ কাষৰ বাৰান্দাখনত মূঢ়া এটাৰ ওপৰত বহি থাকিলহি। প্ৰখৰ ৰ'দ পৰিছিল চোতালখনত। অশান্তহঁতে পোহা শহাপহুহালে চোতালৰ আগত দুববি বন খাই জপিয়াই জপিয়াই আহি বাৰান্দাৰ কাষতে ছাঁত জুপুকা মাৰি বহি থাকিলহি। দুই এটা চৰাইয়ে চিক্ চিকাই শব্দ কৰি গান গাইছিল।

নীৰবে বহি শৈলবালাই জয়শ্ৰীহঁতে পতা কথাবোৰ শুনিবলৈ ইচ্ছা কৰি কাণদুখন সজাগ কৰি থলে। এবাৰ অশান্তই কলে—

ঃ আজি সাংস্কৃতিক অনুষ্ঠান চাবলৈ ওলাবা তেন্তে। টিকেট দুখন মই ললোঁ।

ঃ মাক কথাটো সোধাই নাই নহয়। মাক নোসোধাকৈ কিয় ল'লা ?

ঃ কিনো প্ৰত্যেক কথাতে 'মা' 'মা' কৰি থাকা ?

ঃ কিয় মাক হুসুধিলে তেখেতে কিমান বেজাৰ পাব! আৰু মা-নো আৰু কিমান দিন জীয়াই থাকিব ? যি কেইদিন জীয়াই থাকে সেই কেইদিন মনৰ শান্তিৰে জীয়াই থাককচোন। ঃ অ'! অশান্ত গহীনহৈ পৰিল আৰু মনে মনে থাকিল। হঠাৎ শৈলবালাৰ ভৰিৰ পৰা মূৰলৈকে গোটেই গাটো জ্বলি উঠিল। মৃত্যু—মোৰ মৃত্যুৰ কথা জয়শ্ৰীয়ে কামনা কৰিছে—মানে কিমান দিন জীয়াই থাকিব আৰু! তাৰ মানে জয়শ্ৰীহঁতে মোৰ এই বৃদ্ধা অৱস্থাটোকে পুতৌ কৰিছে! জয়শ্ৰীয়ে এতিয়া যিখিনি মোৰ কাৰণে কৰিছে সেয়া তেন্তে মোৰ মৃত্যুৰ কথা ভাবিহে কৰিছে! ইমান দিনে এই অভিনয় বোৰকে মই চাই আছিলোঁ। ভগৱান মই কালিলৈকে যামগৈ ইয়াৰপৰা। যিখন ঘৰত কেৱল মোৰ মৃত্যুৰ কামনাকে কৰা হয় সেইখন ঘৰত মই আৰু এদিনো বেছিকৈ থাকিব নোৱাৰোঁ। হঠাৎ শৈলবালাৰ চকুৰ আগত আন এখন মুখ ভাঁহি উঠিল। সেই-খন কুমুদিনীৰ মুখ। কুমুদিনীৰ ওচৰলৈ দৌৰি গৈ কুমুদিনীক বুকুৰ মাজত সাবটি এবাৰ শৈলবালাৰ কবৰ মন গল: আচলতে মোৰ আগৰ ধাৰণা সম্পূৰ্ণ ভুল। আজি মোৰ স্বপ্নভঙ্গ হৈছে। ইমানদিনে মই সপোনতে বুৰি আছিলোঁ। মই আকৌ তোমাৰ ওচৰলৈ গুচি আহিছোঁ কুমুদিনী।

বুঢ়া দেহাটোক যথাশক্তিৰে মূঢ়াৰ পৰা দাঙি নিজৰ কোঠালৈ শৈলবালা সোমাই গ'ল—বস্তুবোৰ সামৰি লোৱাৰ মানসেৰে।

নৱযুগ
ডিচেম্বৰ '৬৩

# আ ব র্ত্ত ন

হুপৰীয়া জিলীৰ কৰ্কশ ঝি ঝি শব্দটোৱে খিৰিকিৰ কাষত বিচনাত পৰি থকা সুনন্দাৰ মূৰটো অদ্ভুতভাৱে টিং টিঙাই তুলিলে। এই সময়চোৱা ভাল লাগিছে সুনন্দাৰ—নিঃসঙ্গতাৰ আশ্ৰয় লৈ সুনন্দাই বহুত কথা ভাবিবলৈ চেষ্টা কৰিলে—কিন্তু কোনো কথাই দেখোন তাই ভাবিব পৰা নাই। চকোৱাৰ সিপাৰে আধা সজা ঘৰটোৰ পৰা মিস্ত্ৰিৰ ধুপ-ধাপ টুং-টাং আদি কিছুমান শব্দই মাজে মাজে আহি সুনন্দাক অস্থিৰ কৰি তোলে। কি আপদ। ক'তো অকণ সুখ নাই। টোপনি যাবলৈ চেষ্টা কৰিলে—টোপনি নাহিল। আজিৰ এই হুপৰীয়াটো তাইলৈ সোনকালে পুনৰ যে ঘূৰি নাহে সেইটো সুনন্দাই ভালকৈ জানে। হেড্‌মিষ্ট্ৰেচলৈ জ্বৰৰ মাজতে দিয়া দৰ্খাস্তখনত তাইৰ ছুটী আজিলৈকেহে আছিল আৰু কালিলৈৰ পৰা তাই পুনৰ সেই স্কুলখনলৈ যাব লাগিব। আকৌ সুনন্দাৰ মন নগলেও—আগ্ৰহশীলা চকুৰে—কিবা এটা জানিম বুলি মুখ মেলি মেলি বহি থকা সন্মুখৰ ছাত্ৰীবোৰৰ আগত চিঞৰি চিঞৰি বুজাব লাগিব: ভাৰত গণৰাষ্ট্ৰৰ সকলো নাগৰিকক সমান অধিকাৰ দিয়া হৈছে... সম্প্ৰদান কাৰকত চতুৰ্থী বিভক্তি হয়...চাইলক, দি প'ৰ ফেল', এটলাষ্ট হি লষ্ট এভ্‌ৰিথিং......আৰু তাৰ পিচত চাৰে তিনি

বজাৰত মূৰৰ ওপৰত ছাতিটো মেলি বাটৰ শিলগুটি ওফোৰাই ওফো-ৰাই ধুলিৰে কাপোৰ কানিবোৰ গধুৰ কৰি আহি ঘৰ সোমাবহি। কাপোৰ-কানি সলাই মুখ-হাত ধুই নিজে খাওক নাখাওক ল'ৰা-ছোৱালী চাৰিটাক সন্তুষ্ট কৰাত ব্যস্ত হৈ পৰিব লাগিব। তাৰ পিছত দীপকে আহি চাহ খাবলৈ বহি লৈ ক'ব ঃ এই সুদা চিৰাগাল কি খাবা আৰু। নেপালীটোক দৈ অলপমানৰ কথা কবহে লাগিব।

কিন্তু সুনন্দাই জানে তাৰ পিচ মুহূৰ্ত্ততে দীপকে দৈৰ কথা পাহৰি গৈছে সম্পূৰ্ণৰূপে। বেচেৰাইনো কি কৰিব? তাইৰ দৰে সিও এইডেদ্ স্কুলৰ মাষ্টৰ। দুটা ভায়েকৰ এটাক মেডিকেল পঢ়ুৱাইছে, আনটোলৈ মাহে মাহে ফিজ, তাৰোপৰি গাঁৱত বাসকৰা বৃদ্ধা মাতৃ।

সৰ্ব্বশেষত সিহঁত হালৰে সৈতে ল'ৰা-ছোৱালী চাৰিটা— অতনু, মনু, শান্তি আৰু চিন্তা। কেনেকৈ যে কব নোৱাৰাকৈ এটাৰ পিছত এটাকৈ চাৰিটা ল'ৰা-ছোৱালীৰ মাক হৈ গ'ল তাই। চাৰিটা নহৈ দুটাওতো হ'ব পাৰিলেহেঁতেন। বহুত দিনতে দেখোন ভায়েই কাৰোবাৰ লগত তৰ্ক কৰিছিল—যদি খুৱাব নোৱাৰা ইমান-পাল ল'ৰা-ছোৱালীৰ জন্ম দিছিলা কিয়? কিন্তু তাই তৰ্ক কৰাৰ দিনবোৰ কেতিয়াবাই অতীত হৈ গ'ল। যাৰ লগত তৰ্ক কৰিছিল সেইগৰাকী মানুহৰ লগত তাইক কোনোদিনেই লগ পোৱাই নিদিবলৈ ভগবানক মনে মনে খাটিলে সুনন্দাই। সুনন্দাৰ কাষৰ বিচনাখনত দুবছৰীয়া চিন্তা গভীৰ টোপনিত নিমগ্ন। অতনু আৰু মনু ৰাতিপুৱাই হুলস্থূল কৰি কৰি স্কুললৈ গ'ল। শান্তিয়ে যাওঁ যাওঁ লগালতো তাইকো পঠাই দিলে, সিহঁতৰ লগত। তাই আমনি দিছে যদিও স্কুলৰ পৰা লৈ আহিবলৈ কোনো নাই।

এইবাৰ সুনন্দাই খিৰিকিৰে বাহিৰৰ আকাশখনলৈ চাই পঠালে। গভীৰ নীলাকাশখন ভাল লাগিল সুনন্দাৰ। চকোৱাখনৰ কাষতে সিপাৰে এজোপা নাৰিকল গছ আছে। মৃদু মৃদু বতাহত

নাৰিকলৰ পাতবোৰ হালি-জালি আছে। সুনন্দাই মন কৰিলে কিছুমান কলিৰে সৈতে কুঞ্জলতা এজোপা বগাই যাব ধৰিছে আৰু দুদিনতে হয়তো বেঙুনীয়া ফুলেৰে জাতিস্কাৰ হৈ পৰিব। অকণমান দূৰত সদায় শোওঁতে তাই মনকৰা শিলিখা গছজোপাৰ তলছোৱা নতুনকৈ সাজি তোলা ঘৰটোৱে আঁৰ কৰি তুলিছে। তাই ঘৰটোলৈ চালে। আৰু দুদিনমানৰ পিছতে শিলিখাজোপা একেবাৰেই নেদেখা হৈ যাব। দুমহলীয়া বাদামী ৰঙৰ পকী ঘৰটোৱে আঁৰ কৰি তুলিব। বিচনাৰ পৰা তাই আৰু নেদেখে শিলিখা গছৰ ফাঁকেদি ডুব যাব ধৰা জোনটো। ঢোৰা কাউৰীয়ে তাৰ ওপৰত মাজে সময়ে কৰা প্ৰচণ্ড যুঁজখনো আৰু তাই নেদেখে। কিন্তু জোনটো যে তাই আৰু শিলিখাজোপাৰ ফাঁকেদি ডুব যোৱা দেখিবলৈ নাপাব সেইটো ভাবি বৰ বেজাৰ লাগি গ'ল সুনন্দাৰ। সুনন্দাই দেখিলে ঘৰটো হঠাতেই সম্পূৰ্ণ হৈ যাব ধৰিছে। কিছুদিনলৈকে এই খালি ঠাই খিনিয়েদি যি বতাহ সুনন্দাহঁতৰ ঘৰলৈ আহিছিল সেই বতাহ এতিয়া আৰু নাহে—সেই বতাহ বৈ যাব পকী ওখ ঘৰটোত ঠেকা খায়। এটা কথা ভাবি ভাল লাগিল সুনন্দাৰ—ঘৰটোলৈ যদি তিৰোতা মানুহ আছে ভালেই হয়। ঠাইখন ইমান অকলশৰীয়া।

কথা এষাৰ পাতিবলৈকো লগ এটা নাই। কাষত আছে এটা দোকানীৰ ঘৰ। সদায় ৰাতি ঘৈণীয়েকৰ লগত কাজিয়া কৰা শুনি বিতৃষ্ণা লাগি গৈছে সুনন্দাৰ। অথচ দিনত সেইটো মানুহেই শান্ত হৈ দোকানৰ কাঠৰ চাংখনত বহি থাকিব। ঘৈণীয়েকে দিনৰ দিনটো নোদোকা-নোদোকা পাতিহঁাহ আৰু মুৰ্গী কেইটামান লৈয়ে ব্যস্ত। লৰা কেইটা টাংগুটি খেলি অন্য আমনি কৰিবলৈ পাহৰিয়েই থাকে কিজানি। ঘৈণীয়েকে কেতিয়াবা এবেগেতমান বহল ৰঙা পাৰিৰ এখন ধকৃধকীয়া শাৰী পিন্ধি কপালত বৃটিছৰ দিনৰ টকা-টোমান ফেঁাট এটা লৈ ল'ৰাকেইটাক লগত লৈ কেতিয়াবা ক'ৰবাত ফুৰিবলৈ যায়। কেতিয়াবা আচাৰৰ সক-ডাঙৰ বটলবোৰ চোতালৰ

এমূৰে থকা উবহিব হেঁদালিখনৰ ওপৰত দি চৰাই খেদাই খেদাই বহি থাকে। তাৰ ইফালৰ ঘৰটো কেইটামান কলেজীয়া ল'ৰাৰ মেছ। ইহঁতক তাইৰ অসহ্য লাগিছে—দিন নাই ৰাতি নাই কেৱল বিহুগীত। কোনোবা স্কুলীয়া ছোৱালী আগেদি গলেও বিহু গীতেৰে সম্ভাষণ জনোৱা ল'ৰাকেইটাৰ কেতিয়াকৈ যে সুমতি হব। ইয়াৰ বাদে আৰু এই চুবুৰীটোত কোনো নাই। হওক, এই ঘৰটোলৈকে তেও কোনোবা আহিব—মনতে এবাৰ ভাবিলে। তাই যে কি ভাবিছে—নিজৰ স্বাৰ্থৰ কথাহে বাৰু তাই ভাবিব পায় নে? এইটো ঘৰলৈ কোনোবা পৰিয়াল নাহি অফিচ আদিওতো আহিব পাৰে। পিছত সুনন্দাই ভাবিলে যিয়েই নাহক--তাইৰ মূৰ ঘমাবলৈ কি দৰকাৰ পৰিছে। টোপনি তাইৰ নাহিলেই। শোৱাৰ পৰা বিচনাত বহি পৰিল। তাইৰ জ্বৰটো দুদিনৰ আগতে এৰিল যদিও দুৰ্ব্বল ভাবটো যোৱাই নাই এতিয়াও। তথাপি তাই শুই থাকিলেতো নহ'ব। টেবুলত থৈ দিয়া ঘড়িটো হাতমেলি আনি চকুৰ সন্মুখত লৈ পুনৰ থৈ দিলে টেবুলত। এনেয়ে চালে—ঘড়ি বন্ধ হৈ আছে কিমান দিনৰ পৰা ঘড়িটোৱে কাম দিয়া নাই। ভাল কৰাৰ কথা তাই ভাবিবই পৰা নাই। ভাল কৰিবলৈ দিলেই হয়তো কেইটামান টকাৰ অপব্যয়। বাহিৰৰ সূৰ্য্যটো চায়েই সুনন্দাই সময়খিনি অনু-মান কৰি ললে। অতনু দীপকহঁত আহি পোৱাৰ সময় হৈছে। তাই লৰালৰিকৈ বিচনাৰ পৰা উঠি গ'ল। চিন্তাজনী এতিয়াও শুই আছে। সাৰ পালে আমনি কৰিব। অকণো শব্দ নকৰাকৈ সুনন্দা কোঠাৰ পৰা ওলাই পাকঘৰলৈ গ'ল। আবেলিৰ চাহৰ লগত খাবলৈ কি আছে টেমা, টিংবোৰ খুলি চালে। এটাত চুজি খিনি পাই কেৰাচিনৰ কুকাৰটোৰ ওপৰত কেৰাহিখন পাতি ভিজি-টেৱল ঘিঁ দুচামোচমান দি জলপানখিনি যিমান পাৰে সোনকালে তৈয়াৰ কৰি তুলিবলৈ চেষ্টা কৰিলে। চিন্তাক কালিলৈৰ পৰা ৰাখিবলৈ মালতী বাইকো আজি কোৱাব লাগিব। এটা ওপকৰা

খৰচ। চিন্তা জন্ম নোহোৱা হলে হয়তো এইটো খৰচ কৰিব নালাগিলহেঁতেন। সেইখিনি খৰচেৰে বাকী কেইটাক অলপ ভালকৈ ভৰণ-পোষণ দিব পাৰিলেহেঁতেন। ধেৎ তাই এইবোৰ কি ভাবিছে! হেঁতেনবোৰৰতো এতিয়া কোনো মূল্য নাই। চিন্তা শুই থকা কোঠাটোলৈ সোমাই গৈ সুনন্দা তাইৰ কাষত থিয় হ'লগৈ। খিৰিকিয়েদি ৰ'দ এচেৰেঙা আহি চিন্তাৰ ভৰি কেইটাত পৰিছেহি। সুনন্দাই খিৰিকিখন বন্ধ কৰি দিলে। শুই থকা চিন্তাৰ মুখখনত চকু থৈ সুনন্দা মুগ্ধ হৈ পৰে। এই এক অজ্ঞান শিশুক পৃথিবী দেখাৰ পৰা বঞ্চিত কৰিবলৈ তাইৰতো কোনো অধিকাৰ নাই। চিন্তাৰ কপালত পৰি থকা কেঁকোৰা-কেঁকুৰি চুলিখিনি সোঁহাতৰ তলুৱাৰে কপালৰ পৰা আঁতৰাই দি ওঁঠ কেইটা সামান্য ফাঁক কৰি শুই থকা চিন্তাৰ লৰনুকোমল গাল দুখনত অকণমান হাউলি তাই নিজৰ গাল দুখন লগাই দিলে। হঠাৎ সাৰ পাই গ'ল চিন্তা। মা বুলি চকুকেইটা মেলি হাত দুখন আগবঢ়াই সুনন্দাৰ ডিঙিটো সাবটি ধৰিলে। সুনন্দাই চিন্তাক কোলাত তুলি ললে। সুনন্দাৰ বেয়া লাগিল এটা ল'ৰা-ছোৱালীয়েও তাইৰ মৰম সম্পূৰ্ণ-ৰূপে উপভোগ কৰিবলৈ পোৱা নাই। কেঁচুৱাৰ পৰাই আনৰ হাতত দি তাই স্কুললৈ ওলাই যায়। চিন্তাক জোৰেৰে বুকুত সাবটি ওঁঠত এটা চুমা খাই দিলে। বেছি মৰম পাই চিন্তা উচুপি উঠিল।

তাৰ পিছত তাই দেখিলে কান্ধত বেগ ওলোমাই কিবা আপত্তি কৰি কৰি অতনু, মনু আৰু শান্তি—ঘৰ সোমাইছেহি। আটাই কেইটাই নিজৰ অভিযোগ সুনন্দাৰ ওচৰত ব্যক্ত কৰিলেহি। অতনুৱে কলে: মা মোৰ ভোক লাগিছে। মনুৱে কলে: মা শান্তিক আজিৰ পৰা কেতিয়াও নিনিওঁ আৰু। শান্তিয়ে থুনথুনাই মাকৰ আঁচলত ধৰিলেহি। এইখিনি স্কুলৰপৰা আহি পোৱাৰ পিচৰ অভিযোগ। স্কুললৈ যোৱাৰ আগতে ৰাতিপুৱাৰ অভিযোগবোৰ ইহঁতৰ বেলেগ। এটাই কব: মা মোৰ মাটিৰ পেঞ্চিলডাল কি হ'ল? এটাই কব:

মোৰ নেওঁতা কিতাপখন বেগত নাই দেখোন । আৰু তাৰ ওপৰতে শাস্তিয়ে স্কুললৈ যাওঁ, স্কুললৈ যাওঁ লগাব। এইখিনি অভিযোগৰ উপৰিও গিৰিয়েক দীপকৰ চাৰ্টত বুটাম নাথাকিলে বুটাম লগাই দিব লাগিব। চাইকেলৰ চকাত পাম্প নাথাকিলে পাম্প দিয়াত সহায় কৰি দিব লাগিব। ইফালে হয়তো সুনন্দাৰ মুৰ আঁচুৰিবলৈকে আছে, চুৱা কঁাহী-বাটি কেইটা মজিয়াতে পৰি আছে আৰু চিন্তালৈ দুপৰীয়াৰ বাবে কৰি থৈ যোৱা জলপানখিনি জুইৰ ওপৰত দেই গৈছে। উশাহ লবলৈ সুনন্দাৰ সময় নাইকিয়া হৈ পৰে—বাত্তিপুৱাৰ সময়চোৱা ।

তাইতো কোনোদিনেই এনেকুৱা এটা ক্ষীণ যান্ত্ৰিক জীৱন আশা কৰা নাছিল । বিয়াৰ আগতে হোষ্টেলত থাকি বি, এ, পঢ়া সুনন্দাৰ চৌখিনতা দেখি লগৰ দুই-একে যে হিংসাৰ চকুৰে নাচাইছিল সেইটো নহয়। পিতৃয়ে অকৃপণভাৱে পঠোৱা টকাবোৰ খৰচ কৰোতেতো তাই কোনো দিনেই এনেকুৱা এটা জীৱন কটোৱাৰ কথা ভবা নাছিল। কাম কৰি জীৱিকা উপাৰ্জ্জন কৰাৰ আশাৰে তাই শিক্ষা লোৱা নাছিল কেতিয়াও। পঢ়াত মধ্যমীয়া, দেখাত ধুনীয়া আৰু অৱস্থাত চহকী এই সুনন্দাক এজনী ছোৱালীয়ে বৰ বেছিকৈ দেখিব নোৱাৰিছিল—সেইজনী হৈছে জ্যোতিকা—ফিলচফীৰ ছাত্ৰী জ্যোতিকা । ফিলচফীৰ ছাত্ৰী বুলিয়েই নেকি জ্যোতিকাৰ গম্ভীৰতাখিনি অলপ বেছি। সুনন্দাই জানে এইটো এটা ঢং। ফিলচফী ললেই যে ভাবুক হব লাগিব তাৰ কোনো মানে নাই ।

সদায় মুগাৰ মেখেলা আৰু ঘৰত বোৱা কপাহী চাদৰ পিন্ধা জ্যোতিকাই প্ৰায়ে সুনন্দাহঁতক জ্ঞান দিবলৈ চেষ্টা কৰিছিল—এই ৰূপ, এই যৌৱন, এই বিলাসৰ কোনো মূল্য নাই—এদিন তুমি মৰিবাই, আৰু মৃত্যুৰ পিচত এই সকলোবোৰ শেষ—মাত্ৰ জীয়াই থাকিব তোমাৰ আত্মা । আত্মা অক্ষয় । ইয়াৰ বিনাশ নাই। তেতিয়া সুনন্দাই হাঁহি হাঁহি কৈছিল : থৈ দিয়া, থৈ দিয়া তোমাৰ দৰ্শন। আমি খৈয়াম-প্ৰেমী—ইট ড্ৰিঙ্ক এণ্ড বি মেৰি……। তাৰ পিচত

ওপৰ মহলাৰ বাৰান্দাৰ পৰাই দীঘলী পুখুৰীৰ কাষেদি যোৱা খিৰ্কা-ৱালাটোক ৰবলৈ কৈ লগত জোনালীকলৈ মৰ্ণিং ৱ' চাবলৈ ষ্টেপেদি দপদপাই নামি যাব। আৰু তেতিয়াই জ্যোতিকাই মুখখন কঠোৰৰ পৰা কঠোৰতৰ কৰি চেগুেল চোচৰাই নিজৰ ৰুমলৈ সোমাই যাব —কালৈকো নোচোৱাকৈ।

অতনুহঁতক জলপান দি দি সুনন্দাই নিজৰ জীৱনটোৰ কথাই ভাবিলে আকৌ। বি, এ, পৰীক্ষা দি উঠাৰ পাচত হঠাতে নাটকীয়-ভাবে এদিন দীপকৰ লগত তাইৰ চিনাকি হ'ল। এইডেদ্ স্কুলৰ বি, এ, পাছ মাষ্টৰ দীপক। দেখাত সুশ্ৰী, স্বভাৱত গম্ভীৰ, তিনিটা বাক্যৰে দিবলগীয়া কিবা এটা উত্তৰ এটা বাক্যতে দি শেষ কৰা দীপকক তাইৰ ভাল লাগি গ'ল হঠাতে। তাই ভাবি পেলালে জীৱনৰ সকলো অবিস্মৰণীয় ঘটনাই নাটকীয়ভাবে ঘটে, নহলে টকাৰ ওপৰত বহি থকা সুনন্দা নামৰ ছোৱালীজনীৰ বিয়া পিতৃ-মাতৃৰ অমতত দীপকৰ নিচিনা সামান্য এইডেদ্ স্কুলৰ মাষ্টৰৰ লগত কেতিয়াও নহ'লহেঁতেন। এদিন দীপকক লগ পালে, তাৰ পিচত বিয়া কৰালে আৰু শেষত সিহঁতৰ প্ৰেমৰ স্বাক্ষৰ চাৰিটা ল'ৰা-ছোৱালীক লৈ সিহঁতৰ দুৰ্ব্বল টুলুঙা নাওঁখন মেলি দিলে জীৱন নামৰ অসীম জলধিৰ বুকুত। এই পথত ক'ত কেতিয়া কি হয় তাৰ কোনো নিশ্চয়তা নাই। তথাপি সুনন্দা আৰু দীপকে বুকুত সাহ গোটাই লৈছে। যি সমস্যাই আহি পৰক তাক হেলাৰঙে সিহঁতে পাৰহৈ যাবলৈ সাজু।........বাহিৰত চাইকেলৰ বেইল শুনি সুনন্দাই গম পালে দীপকো আহি পালেহি।

... ইয়াৰ পিচত কেইটামান দিন পাৰহৈ গ'ল। সুনন্দাহঁতৰ ঘৰৰ কাষৰ নতুন ঘৰটো সম্পূৰ্ণ হৈ উঠিল। শিলিখাজোপাৰ ফাঁকেদি আৰু জোন ডুব যোৱা দেখা পোৱা নাযায়। তাৰ ঠাইত হালধীয়া ডাঠ পৰ্দ্দাৰে সেঙে বাদামী ৰঙৰ দুমহলীয়া ঘৰটোহে পোনেই চকুত পৰে। বিচনাখন ইয়াৰ পৰা আঁতৰাব লাগিব।

ঘৰটোৰ চাৰিওফালে ওখ পকাৰ দেৱাল দিয়াৰ বাবে তলৰ অংশ দেখা পোৱা নাযায়। ঘৰটোলৈ এটা সজীৱতা আহি পৰিছে। এতিয়া সুনন্দাই প্ৰায় ঘৰটোৰ পৰা মাজে-মাজে পূৰ্ণ ভলিউমত আৰু কেতিয়াবা কম ভলিউমত ৰেডিঅ'ৰ পৰা ভাঁহি অহা গীত-মাত শুনিবলৈ পোৱা হ'ল। ৰাতিপুৱা-গধূলি প্ৰায়ে অসমীয়া বাতৰি শুনি সুনন্দাই এটা ধাৰণা ঠিক কৰি পেলালে যে প্ৰতিবেশী অসমীয়া। দিনত পৰ্দ্দা টানি থোৱা বাবে মানুহ চকুত নপৰেই। ৰাতি কেতিয়াবা গৰমত বোধহয় গৃহিণীয়ে পৰ্দ্দাবোৰ গুচাই দিয়ে অলপ অলপ। লাইটৰ পোহৰৰ কম গতিত চলি থকা ফেনৰ তলত বহি তিৰোতা গৰাকীয়ে কিবা পঢ়ি থকা সুনন্দাই কেইবাদিনো দেখিছে। চেহেৰাটো ৰৰকৈ ধৰিব নোৱাৰি। সম্পূৰ্ণ চাহাবী পোচাকেৰে স্বামীজনকো কেতিয়াবা তাই দেখে। এদিন হঠাৎ খিৰিকিৰ ৰডত ধৰি সুনন্দা-হঁতৰ ঘৰৰ ফালে এহাল প্ৰায় আঁঠ আৰু ছবছৰীয়া মৰম লগা ল'ৰা-ছোৱালীয়ে হাঁহি হাঁহি সম্ভাষণ জনালে। সুনন্দাই ভাবি চালে এই প্ৰতিবেশী পৰিয়ালটো কিমান সুখী! কিন্তু এইয়া তাই কি ভাবিছে? তাইতো অসুখী নহয়। দীপকৰ নিচিনা স্বামী আৰু অতনুহঁতৰ নিচিনা স্বাস্থ্যৱান ল'ৰা-ছোৱালীৰ মাক হ'ব পৰা জানো কম সৌভাগ্যৰ কথা। তথাপি তাইৰ যেন অৱচেতন মনে বিচাৰে এই প্ৰতিবেশীৰ দৰেই এটা প্ৰকাণ্ড বাদামী ৰঙৰ ঘৰ—তাৰ চাৰিও-ফালে পকা দেৱাল। ঘৰৰ দুৱাৰ খিৰিকিত ওলমি থাকিব বিবিধ ৰঙৰ পৰ্দ্দা। প্ৰতিবেশীৰ ল'ৰা-ছোৱালীহালক থৈ অহাৰ দৰেই তাইও যেন নিজৰ গাড়ীত তুলি ল'ৰা-ছোৱালীকেইটাক আলফুলকৈ স্কুলত থৈ আহিবগৈ আৰু অনুচ্ছ ভলিউমত ৰেডিঅ' বজাই বিচনাত শুই শুই টোপনি যাব।·····

থকাৰ ধৰণ-কৰণৰ পৰাই সুনন্দাই বুজিছিল এই প্ৰতিবেশী পুৰুষজনে কিবা নিশ্চয় ডাঙৰ কামেই কৰে।······

আজি শনিবাৰ। স্কুলৰ পৰা সুনন্দা সোনকালেই পালেহি। সুনন্দাই আজি দেখিলে আবেলি প্ৰতিবেশী গোটেই পৰিয়ালটো গাড়ীত উঠি কেতিয়াবাই ওলাই গৈছে। অকস্মাতে আজি কিয় জানো সুনন্দাৰো অকণমান ফুৰিবৰ মন গ'ল। ল'ৰা-ছোৱালী কেইটাক সজাই পৰাই উলিয়াই দীপকক বজাৰ কৰিবলৈ ওলাবলৈ কৈ তাই নিজেও নিজক অকণমান সজাই তুলিলে। তিনি আলিৰ মুৰ নোপোৱালৈকে দীপকো সিহঁতৰ লগত গৈ থাকিল। চিন্তাক মাজে মাজে দীপকেও লৈ দিলে তালৈকে। তাৰ পিচত দীপক বজাৰৰ আলিটোৰেদি নেদেখা হৈ পৰিল।

এইবাৰ সুনন্দা ল'ৰা-ছোৱালীকেইটাক লৈ দিখৌ পাৰৰ কৃষ্ণচূড়া কেইজোপাৰ তলে তলে গৈ থাকিল। মনটো মুকলি মুকলি লাগিল। কৃষ্ণচূড়াৰ গছ ভৰি ভৰি ফুল ফুলিছে। “স্পেঞ্চাৰ কোম্পেনী”ৰ কাষ পাই তাই অতনুহঁতক ঘুৰিবলৈ নিৰ্দ্দেশ দিলে। এইবাৰ ঘৰৰপিনে খোজ আগবঢ়াই দিলে। এখন গাড়ী সিহঁতক পিছপেলাই আগবাঢ়ি গ'ল। গাড়ীত উঠি যোৱা তিৰোতাগৰাকীয়ে কিবা এটা যেন কৈ গ'ল। দুইফাৰ্লংমান গৈ গাড়ীখন বৈ গ'ল। সুনন্দা গৈ থাকিল। ওচৰ পাই দেখিলে সিহঁতৰ ঘৰৰ ওচৰৰে মানুহঘৰৰ গাড়ী সেইখন। গাড়ীৰ পৰা খুব বেছি প্ৰসাধনৰতা এগৰাকী তিৰোতা নামি আহিল। পিন্ধনত এখন ধোঁৱা-বৰণীয়া শাৰী, ৰঙা ব্লাউজ— অদ্ভুতৰূপে কাপোৰ জোৰ সময়খিনিৰ লগত মিলি পৰিছে—ঠিক যেন সন্ধিয়াৰ ধুসৰ আকাশ আৰু অস্তমিত সূৰ্য্য! মানুহগৰাকীৰ তেন্তে সৌন্দৰ্য্যজ্ঞান আছে—সুনন্দাই ভাবিলে। ওঁঠকেইটা যথেষ্ট ৰঙা। খোপাটো আলফুলকৈ বান্ধিছে।

সুনন্দা!

হঠাতে নিজৰ নাম উচ্চাৰণ কৰা শুনি সুনন্দাই অবাক বিস্ময়ত স্তম্ভিত হৈ মানুহ গৰাকীৰ মুখলৈ বহুতপৰ চাই থাকিল। তাৰ পিচত এবাৰ চিঞৰি উঠিল—

: জ্যোতিকা ! তুমি ! জ্যোতিকাই হাঁহিলে ।

: তুমি জানো আমাৰ ঘৰৰ কাষতে নাথাকা ? মই ওপৰৰ পৰা প্ৰায়ে দেখোঁ, কিন্তু তুমি চিনি নাপাবা বুলি মতা হৈ নুঠো এদিনো । এয়া মোৰ স্বামী—এই হাল মোৰ ল'ৰা-ছোৱালী বাসব আৰু বাসনা ।...... সুনন্দাই চিনি পালে জ্যোতিকাক । কিন্তু তথাপি তাইৰ বিশ্বাস কৰিবলৈ কিয় জানো টান লাগিল । মনত পৰিল—

: এই ৰূপ, এই যৌৱন, এই বিলাসৰ কোনো মূল্য নাই—এদিন শেষ হৈ যাব কিন্তু থাকিব আত্মা—আত্মা অক্ষয় ইয়াৰ বিনাশ নাই । একালৰ মুগাৰ মেখেলা আৰু ঘৰতবোৱা কপাহী চাদৰ পৰিহিতা দৰ্শনৰ ছাত্ৰী জ্যোতিকাৰ লগত আজিৰ জ্যোতিকাক মিলাই চালে সুনন্দাই ।

: বাৰু আহোঁ দেই সুনন্দা । এদিন আমাৰ ঘৰলৈ যাবা ওচৰতে থাকা যেতিয়া । সুনন্দাই মাত্ৰ "ওঁ" বুলি কলে । তাইৰ ঘৰলৈও মাতিব পাৰিলেহেঁতেন, কিন্তু নামাতিলে । ৰাস্তাৰে খোজ-কাঢ়ি আহোঁতে সুনন্দাই ভাবিলে : পৰাজয় কাৰ হৈছে—জ্যোতিকাৰ নে তাইৰ ?

ৰাতি সুনন্দাই দীপকৰ বুকুখনত মূৰটো গুজি কৈছিল : মোৰ এই ঠাইটুকুৰা আৰু ঘৰটো অকণো ভাল নলগা হ'ল । তুমি অন্য এঠাইত এটা ঘৰ বিচাৰিব নোৱাৰানে ? লাগিলে ভাড়াই বেচি ল'ব ।

বাৰীত ফুল, কাগজি নেমু, জলকীয়া, দালিম আনকি কলগছো ৰুই লোৱা এই ঘৰটো আজি হঠাৎ সুনন্দাৰ কিয় বেয়া লাগিল দীপকে ভাবিবলৈ চেষ্টা কৰিলে ।........

ৰামধেনু,
আগষ্ট '৬২

# ভ গ্নী

কৃষ্ণাবাইদেউৰে আজি আকৌ বিছনাখন নিজহাতে বান্ধি পেলালে— ৰাণু, ৰাণী, দীপ আৰু নিতুৰ কাপোৰ-কানিবোৰ ক'ত ক'ত আছে মোক বিচাৰি আনি দিবলৈ কলে। মই কথা শুনি আচৰিত হলোঁ। মা ( কৃষ্ণাবাইদেউহঁতৰ মাক ময়ো মা বুলি কওঁ ) যোৰহাটত থকা বায়েকৰ ঘৰলৈ এসপ্তাহৰ আগতে ওলাই গ'ল আৰু আজি কৃষ্ণাবাইদেউৰে গিৰিয়েকৰ ঘৰলৈ যাওঁ যাওঁ বুলি হুলস্থূল লগাই দিলে হঠাৎ। মোৰ বৰ বেয়া লাগিছে কৃষ্ণাবাইদেউ পুনৰ যাবলৈ ওলোৱাত। কিছুদিনৰ আগতে যাবলৈ ওলোৱাৰ পিচত এখন চিঠি পাই বন্ধা কাপোৰকানি সকলো খুলি পেলাইছিল। ট্ৰাঙ্ক খুলি ট্ৰাঙ্কৰ পৰা ঘৰত পিন্ধা মেখেলা-চাদৰ, ব্লাউজ-পেটিকোট ৰাণু-নিতুহঁতৰ সামৰি লোৱা কাপোৰ-কানিবোৰ উলিয়াই আলনাত সজাই থৈছিল আৰু তাকে দেখি মোৰ মৰি যাব খোজা মনটো আকৌ সজীৱ হৈ উঠিছিল। কৃষ্ণাবাইদেৱে মোক খুব মৰম কৰিলে এই তিনিমাহে। কৃষ্ণাবাইদেউ যেন মোৰ বহুত দিনৰে চিনাকি মানুহ। অথচ কৃষ্ণাবাইদেউ মোৰ মাত্ৰ তিনিমাহৰ চিনাকি। মই এইখন ঘৰত থকা তিনিবছৰ হ'ল— এই তিনিবছৰ গুৱাহাটীত থকা কৃষ্ণাবাইদেউৰ বায়েক ৰূপা বাইদেউ এইবাৰে সৈতে কেইবাবাৰো আহিল। অৱশ্যে এইবাৰৰ বাদে আন কিবাবত নিজৰ গাড়ীত

আহি ঘূৰি যায়হি। কেতিয়াবাহে এৰাতি থাকি যায়। ৰূপাবাইদেউ মানুহগৰাকী শকত, গহীন। ডাঙৰ ছোৱালীজনী বোলে ফাৰ্ষ্ট ইয়েৰত পঢ়ে। গিৰিয়েক ডাঙৰ ইঞ্জিনীয়াৰ আৰু জীয়েকজনী মিত্ৰা— তাইৰ ষ্টাইলটো কি চাবা! এবাৰ বোম্বেই নে কলিকতাত ফুৰিবলৈ গৈ চুলিবোৰ চুটি চুটিকৈ কটাই আনিলে। ইমান ডাঙৰ ছোৱালীজনীয়ে আকৌ ফ্ৰকডাল পিন্ধিলেহে হয়। প্ৰত্যেকবাৰে খাই উঠাৰ পিচত আয়নাৰ কাষত বহি কিবা ঘঁহি ওঁঠ দুখন টিকটিকিয়া ৰঙা কৰি লয়। এইবাৰ তেও এইজনী ছোৱালী মাকৰ লগত অহা নাই। আৰু আহিলে যেতিয়াই তেতিয়াই মোক জানো কম দিগদাৰী দিয়ে। বাথৰুমত গা ধুবলৈ সোমাই চিঞৰিব ঃ এই হৰেণ মোৰ তাৱেলখন আলনাতে থাকি আহিল, লৈ আনচোন। চাওঁ চেণ্ডেলযোৰ দে। মাক— ৰূপা বাইদেউ বেছ স্বাস্থ্যৱতী। গাল দুখন অনবৰত পকা থেকেৰাৰ দৰে গুলপীয়া হৈ থাকে। মুখখনেৰে হাঁহি থাকে যদিও মোৰ কিন্তু অকণো ভাল নালাগে। প্ৰত্যেকবাৰে আহিলে ক'ব ঃ ই হৰেণ আছেই নহয় মা? আৰু মই অকণমান আঁতৰি যোৱা গম পালে ক'ব ঃ চাবি মা— ইয়াক বেছিকৈ অন্য ল'ৰাৰ লগত এৰি নিদিবি। এৰি দিলেই লগ পালেই বাহিৰা কথা শিকিব আৰু ধতুৰা জুৰিব। মায়ে ওঁ ওঁ কৈ শলাগি থৈছিল। ৰূপাবাইদেউৰ পিচৰ নন্দাবাই-দেউ খিলঙত থাকে। এইবাৰ নন্দাবাইদেৰো আহিছে। নন্দা-বাইদেউ দুবাৰ আহিছে মই থকাৰ পৰা। প্ৰথমবাৰত কিন্তু মই দেখা নাপালোঁ। সেইবাৰ মই এসপ্তাহৰ ছুটি লৈ বিহুত ঘৰলৈ গৈছিলোঁ। আৰু এইবাৰ আহিছে। এই বাইদেউৰ ভিনীহিদেৰে খিলঙত কি কৰে জানো? মই মাক সুধিবলৈকো চল পোৱা নাই। কিন্তু নন্দাবাইদেউদেৰে হলে কিতাপ পঢ়ে। লগত লৈ অহা ট্ৰাঙ্কটোৰ আধা কিতাপেৰেই পূৰ হৈ আছে। ল'ৰা-ছোৱালী কিন্তু এটাও নাই— সেইবাবেই নেকি মনটো সদাই মৰা। কৃষ্ণাবাইদেউৰ

ল'ৰা নিতুক কোলাত লৈ প্ৰায়েই চুমা খায় সাবটি ধৰে। সিদিনাখন নন্দাবাইদেৱে কৃষ্ণাবাইদেউক কৈছিল: কৃষ্ণা নিতুক মোকে দে অ'—। কৃষ্ণাবাইদেৱে হাঁহি হাঁহি কলে: নে, লাগে যদি।

: নহয় কৃষ্ণা মই সঁচাকৈ কৈছোঁ। ভিনিদেউৰে অফিচলৈ ওলাই যোৱাৰ পিচত সেই সময়ছোৱা কটোৱাটো মোৰ যে কি অসহ্য হৈ পৰে। কিতাপ আৰু কিমান পঢ়িম। নিতুকে যদি মোৰ লগত থবলৈ পালোঁহেঁতেন! কথা শুনি কৃষ্ণাবাইদেৱে ওচৰত থিয় হৈ থকা— নিতুক কোলালৈ দাঙি লৈ: তোৰো যে কথাবোৰ নন্দাবাইদেউ বুলি ইটো কোঠালৈ সোমাই গৈছিল। কৃষ্ণাবাইদেউৰ ছোৱালী ৰাণু আৰু ৰাণীয়ে জেঠাই বুলি নন্দাবাইদেউৰ ডিঙিত ধৰে কেতিয়াবা আৰু নন্দাবাইদেৱে তেতিয়া সিহঁতৰ কেঁকোৰা চুলিবোৰ হাতেৰে মোহাৰি ক'ব: মুৰটোও আঁচুৰিব নোৱাৰ। চাওঁ— আহ, মই ভালকৈ আঁচুৰি দিওঁ। আলফুলকৈ নন্দাবাইদেৱে সিহঁতৰ মুৰ আঁচুৰি দি আলনাৰ পৰা ফ্ৰক বিচাৰি পিন্ধাই-উৰাই দুয়োজনীক আৰু কোলাত দীপক লৈ ৰিক্সাত উঠি প্ৰায়ে দোকান পায়গৈ আৰু সেই সময়ত নন্দাবাইদেউৰ মুখখন যে কিমান উজ্জ্বল লাগে। ঘূৰি আহোঁতে এসোপা বস্তু সিহঁতৰ হাতত দি ঘূৰি আহিব আৰু তেতিয়া কৃষ্ণাবাইদেৱে ক'ব: নন্দাবাইদেউ তই বাৰু এনেকৈ এইবোৰত মিছাতে কেলৈ খৰচ কৰিছ? মই কিন্তু বৰ বেয়া পাইছোঁ।

: এ থ তোৰ বেয়া পোৱা সোপা। দিলোঁৱেই জানিবা মৰমতে কিবা এটা ইহঁতক। আৰু তেতিয়া নন্দাবাইদেউৰ কোলাত উঠি নিতুৱে সোজেঞ্চ চুপি-চুপি ডিঙিত দুয়োখন হাতেৰে সাবটি ক'ব: জেঠাই ইমান ভাল। নন্দাবাইদেৱে মোক প্ৰায়ে সোধে মই পঢ়িব পাৰোনে নোৱাৰোঁ। মই তেতিয়া ক্লাছ ফাইভলৈকে পঢ়াৰ কথা কৈছিলোঁ। আৰু কেলৈ নপঢ়িলোঁ— সুধিলত কৈছিলোঁ— খাবলৈকে নাতে ফিজ দিম ক'ব পৰা? গতিকে পঢ়া এৰি দিলোঁ। আচলতে

ফিজ দিব নোৱাৰা অৱস্থা মোৰ হোৱা নাছিল। মোৰ ঘৰত থাকি ভাল নালাগিল আৰু সেইবাবেই এইখন ঠাই পালোঁহি। মোৰ আই নাই। পিতা আছে—পিছে থকা-নথকা সমান। এটা ককাই আছে মোক অলপ কথাতে নবৌৰ লগনীয়া কথা শুনি মাৰ-কিল কৰে। অৱশেষত ককাইৰ কিল সহ্য কৰিব নোৱাৰি ঘৰ এৰি এই নগৰ পালোঁহি। কিন্তু এইবোৰ কথা মই নন্দাবাইদেউক নকলোঁ। কাকো কোৱাও নাই। মই এতিয়া এইখন ঘৰৰ লগত মিলি গৈছোঁ। তিনিবছৰৰ ভিতৰতে এবাৰ বিহুত ঘৰত গৈ ওলোৱাত ককাইয়ে প্ৰথমে নামাতিলে— তাৰ পিচত নবৌৱে বহুতদিনৰ মূৰত দেখি মৰম কৰিলে। (মই নবৌলৈ দৰমহাৰ টকাৰে এখন চাদৰ কিনি লৈ গৈছিলোঁ, পিতাৰ কাৰণে এটা বনিয়ন, কিন্তু ককাইলৈ একো নিনিলোঁ।)

কৃষ্ণাবাইদেউহঁতৰ দেউতাক বৰ ডাঙৰ মানুহ। এতিয়া একো কাম কাজ নকৰে। কামৰ পৰা অৱসৰ লোৱা তিনিবছৰ হ'ল বোলে। ডাঙৰ পুতেক বিদেশত থাকে। পঢ়িবলৈ গৈ মেম বিয়া কৰাই বিদেশতে থাকি গ'ল। এতিয়া মাজে মাজে ঘৰলৈ চিঠি দি থাকে। মাজতে এবাৰ অহাৰ কথা লিখিছিল পিছত নাহিল। কিয় নাহিল কব নোৱাৰোঁ। অহাৰ কথা লিখা চিঠিখন পাই কৃষ্ণাবাইদেউহঁতৰ মাকে হাঁহি পেলালে আৰু আহিব নোৱাৰাৰ কথা থকা পিছৰ চিঠিখন পাই চকুপানী টুকিলে। কৃষ্ণাবাইদেউহঁতৰ দেউতাক নগৰৰ গণ্যমান্য লোক। আৰু সকলোৱে মানিও চলে। কিবা মিটিং আদিত তেখেতকে সভাপতি পতাও মই দেখি আহিছোঁ। আৰু অ'ত ত'ত দানো দিয়ে দেউতাকে। গতিকে নগৰৰ সকলোৱে তেখেতক ভালো পায়। তেখেত বৰ গহীনো। মোৰ কিন্তু প্ৰথমতে তেখেতৰ ওচৰলৈ যাবলৈকে ভয় লাগিছিল। ৰাতিপুৱা তেখেতে খবৰ কাগজ পঢ়ি থাকোতে চাহ কাপ দিবলৈ গৈ মই সদায় বিপাঙত পৰি ৰৈ থাকোঁ, তাৰ পিচত মোৰ অৱস্থা বুজিয়েই নেকি

তেখেতে মুখ দাঙি চাই ইয়াতে থৈ যা বুলি টিপয়খনলৈ দেখুৱাই দিলেহে পাব পাওঁ। আবেলি নৈৰ পাৰত তেখেতে প্ৰায়ে ফুৰেগৈ। আৰু মই— তেখেতে সদায় ফুৰিবলৈ যাওঁতে লগত লৈ যোৱা লাঠিডাল দিবলৈ আগৰ পৰাই বাৰান্দাৰ ষ্টেপত বৈ থাকোঁ। এতিয়া অৱশ্যে তেখেতৰ প্ৰতি মোৰ ভয়টো কমিছে। আচলতে তেখেত দেখাত যিমান খুঙাল অন্তৰখন সিমান মৰমিয়াল। কৃষ্ণাবাইদেউ যাওঁ যাওঁ কৰিলতো— তিনিমাহকৈ তেখেতে ৰখাইছে। কৃষ্ণাবাই-দেউলৈ দেখিছোঁ খুব মৰম আৰু তেওঁৰ ল'ৰা-ছোৱালী কেইটালৈ জানো কম! এতিয়াও তেখেতে আগফালৰ মিহি বননিখনত সৰু ল'ৰাৰ দৰে আঁঠুকাঢ়ি-কাঢ়ি নাতিয়েকহঁতৰ লগত খেলে। কেতিয়াবা ক্ৰিকেট খেলে এনেয়ে। তেখেতে চাপৰি কাঠৰ ফাল চটা ধৰি বৈ থাকে আৰু দীপে বল দিয়ে। দীপে বল দিব নোৱাৰিলে কব: ধেৎ বেঙাটো, আহ তই বেট ধৰহি মই বল দিম। ইমান মৰম কৰা স্বত্বেও আজি কৃষ্ণাবাইদেউ যাবলৈ ওলাইছে। দেউতা আৰু মা আহি কৃষ্ণাবাইদেউ গুচি যোৱাৰ কথা শুনিলে কম বেজাৰ পাব জানো। এই কৃষ্ণাবাইদেউজনী যে কি! তেওঁ ইয়াত থকা তিনিমাহ হ'ল। দুমাহমান থকাৰ পিচত মাজতে যাবলৈ ওলোৱাত মাকে কান্দি পেলালে। কৃষ্ণাবাইদেউ নগ'ল। আচলতে কৃষ্ণাবাইদেৱে ইয়াত থাকি খুব ভাল পায়—মাকে খুব মৰম কৰে নহয়—সেই কাৰণে। কৃষ্ণাবাইদেউ থকাত ময়ো খুব ভাল পাইছিলোঁ। মোক তেওঁ খুব মৰম কৰে। দুপৰীয়া আৰু ৰাতি এইখন ঘৰত মাত্ৰ এগৰাকী মানুহে মোৰ খবৰ লবলৈ সময় পায়—মই ভাত খালোঁনে নাই —সেয়া হৈছে কৃষ্ণা বাইদেউ। কৃষ্ণাবাইদেউ থাকিলে মাকেও বৰ ভাল পায়—তেওঁৰ ল'ৰা-ছোৱালী কেইটাই শান্ত ঘৰখন হাঁহি-কান্দোনেৰে কিছু অশান্ত কৰি থোৱাৰ বাবে। নহলে যে এইখন ঘৰত থকাটোৱে এটা ডাঙৰ সমস্যা। বাণুক সেইবাবে ইয়াত থোৱাৰ কথা— মায়ে কৃষ্ণাবাইদেউক কৈছিল। তেওঁ থৈ যাম বুলি কৈছিল। কিন্তু

আজি দেখোন ৰাণুৰ বাৰান্দাৰ এফালে মাজে মাজে বেৰত আঁউজি বহি থকা আৰু মাজে মাজে চিত্‌ভলঙা খাই পৰি থকা কইনা-দৰা-বোৰো ৰাণুৱে গোটাই দিয়া মতে ট্ৰাঙ্কত ভৰাই পেলাইছে। কৃষ্ণাবাইদেউৰ চকু কেইটা ঢুলঢুলীয়া হৈ পৰিছে। ইয়াৰ পৰা যাবগৈ বাবে ছাগে। কৃষ্ণাবাইদেউৱে যে ইয়াত থাকি খুব ভাল পায় সেইটো কথা মই এমাহমানৰ আগতে জানিলোঁ। সেইবাৰ আটাইতকৈ সৰু এবছৰৰ আগতে বিয়া দি উলিয়াই দিয়া তন্দ্ৰা-বাইদেউ আহিছিল। তন্দ্ৰাবাইদেউ পঢ়াত যে বৰ গাধা সেইটো কথা মই মা-দেউতাৰ মুখত প্ৰায়ে শুনিছিলোঁ। আচলতে তন্দ্ৰা-বাইদেৱে একদম নপঢ়িছিল। তেওঁ ক্লাছ টেনলৈ প্ৰমোচন পোৱা বছৰতেই মই ইয়ালৈ আহিছিলোঁ। এদিন মাক-দেউতাকে তেওঁক কোৱা শুনিলোঁ : এতিয়া আৰু নাচি ফুৰিলে নহয় তন্দ্ৰা। এবছৰৰ পিছত মেট্ৰিক পৰীক্ষা দিব লাগিব ভালকৈ পঢ়াশুনা কৰ। দৰকাৰ হলে কবি—এজন টিউটৰ ধৰি দিম। কিন্তু টিউটৰ ধৰি দিয়াৰ কথা এদিনো নকলে তন্দ্ৰাবাইদেৱে। এদিনো মই তেওঁক ভালকৈ কিতাপত মনপুতি লগা দেখিবলৈ নাপালোঁ। সুবিধা পালেই পঢ়া টেবুলৰ পৰা উঠি আহিবলৈ ভাল পায়। ক্লাছ টেনত পঢ়ে অথচ মনটো যেন মোতকৈও সৰু। টেষ্টৰ আগতে কিন্তু ৰাতি ভাত-পানী খাই উঠাৰ পিচত মোৰ হতুৱাই প্ৰায়ে ফ্লাস্কত চাহ ভৰোৱাই পঢ়া টেবুলত থৈ দি পঢ়িবলৈ লৈছিল। পঢ়া কিন্তু ক'ত হয়? যি পৃষ্ঠা মেলি পঢ়িবলৈ আৰম্ভ কৰিছিল সেই পৃষ্ঠাৰ ওপৰতে কিতাপত মুৰ থৈ বাইদেউ টোপনি গৈছিল। ৰাতিপুৱা মই ভৰি থকা ফ্লাস্কৰ চাহবোৰ পকা নলাটোত বাকি দি যেতিয়া ধুবলৈ লৈছিলোঁ তেতিয়া বাৰান্দাৰ মূঢ়াত বহি দাঁত মাজি নলাইদি বৈ যোৱা সেঁতা চাহবোৰ চাই চাই তন্দ্ৰাবাইদেৱে ক'ব : উঃ কালি যে কি টোপনি আহিল! চাবিচোন আজি গোটেই ৰাতি পঢ়িম। কিন্তু তন্দ্ৰাবাইদেউৰ গোটেই ৰাতি সদায় শোৱাহে হয়, পঢ়া এদিনো

নহয়। তন্দ্ৰাবাইদেউৰ লগে-গলে লগা দুজনী বান্ধবী আছিল। দুয়োজনী পৰীক্ষাৰ আগতে তন্দ্ৰাবাইদেউৰ ওচৰলৈ আহে। আগ-ফালৰ বাৰান্দাৰ বেটৰ চকীকেইখনত তিনিওজনীয়ে বহি খুব মেল মাৰে। মই ভাবো টেষ্ট পৰীক্ষাৰ ওচৰত পঢ়াৰ কথা পাতিছে। আচলতে পঢ়াৰ কথা একেবাৰেই নাপাতে। টেষ্টৰ পাচত পিক-নিক গড়গাওঁত খাবগৈ নে বৰশিলত খাবগৈ তাৰহে আলোচনা চলে। টেষ্টত কিন্তু তিনিও বান্ধবীয়ে পাছ কৰিলে। পাছ কৰাৰ পিচত তেওঁলোকৰ কি স্ফূৰ্ত্তি। লগৰ কোনোবা এজনী দেখিবলৈ মন নোযোৱা ছোৱালীৰ কথা পতা শুনিছিলোঁ: সেই কিতাপৰ পোক বোলে আকৌ ফাৰ্ষ্ট হ'ল। এজনীয়ে কোৱাৰ পিচত তন্দ্ৰা-বাইদেৱে কলে: জয়ন্তী নেকি? সেই জাধলীজনী—তাই ফাৰ্ষ্ট নহলে হ'ব কোন? নিজৰ কিতাপ কেইখনৰ বাদেতো সংসাৰৰ খবৰ নাই। কোনটো ব্লাউজৰ লগত কেনে পাৰি লব লাগে তাকো নাজানে। এনে বেকওৱাৰ্ড ছোৱালী মই ভাই দেখা নাই (মাজে মাজে কথাৰ মাজতে ইজনীয়ে সিজনীক ভাই বুলি কোৱাটো এওঁলোকৰ নিয়ম)। তাৰ পিচত মেট্ৰিক পৰীক্ষা হৈ গ'ল। তন্দ্ৰাবাইদেৱে ফেইল কৰিলে। বেয়া পোৱা ছোৱালী জয়ন্তীয়ে ফাৰ্ষ্ট ডিভিজনত পাছ কৰাৰ কথা শুনি মাকে যেতিয়া তন্দ্ৰাবাইদেউক বকিলে তেতিয়া তেওঁ মুখখন গোমা কৰি কৈছিল: ওঁ, মাত্ৰ ফাৰ্ষ্ট ডিভিজনতহে পাছ কৰিলে। যেনেকুৱাকৈ দিনে-ৰাতিয়ে পঢ়িছিল আমি বোলো ষ্টেণ্ডহে কৰিব। নিজে ফেইল কৰাৰ বাবে তন্দ্ৰাবাইদেৱে এসাজ ভাত নাখাই শুই থাকিল। তাৰ পিচত আকৌ আগৰদৰে হৈ পৰিল। আকৌ স্কুললৈ অহা-যোৱা কৰিলে। এবছৰৰ পিচত আকৌ পৰীক্ষা দিলে। কিন্তু তন্দ্ৰাবাই-দেউ এইবাৰো পাছ নহ'ল। ৰিজাল্ট ওলোৱাৰ পিচত পঢ়া কিতাপবোৰ বেকলৈ নিলে আৰু মাকক কলে: মা, মই আৰু নপঢ়োঁ। দেউতাকে গালি পৰাৰ পিচতো অকণো গা নলবা দেখি

পিচত কৰলৈ এৰি দিলে। ইয়াৰ কিছুদিনৰ পিচত এটা ভাল ল'ৰা পাই বিয়া দি দিলে। তন্দ্ৰাবাইদেউৱে একো আপত্তি নকৰিলে। আজিকালি তন্দ্ৰাবাইদেউ আগতকৈ গহীন হ'ল। আগৰদৰে আৰু জপিয়াই নুফুৰে। তন্দ্ৰাবাইদেউ কোনোবা এখন চাহ বাগিছাত থাকে আজিকালি। গিৰিয়েকে এচিষ্টেণ্ট মেনেজাৰ কৰে বোলে। এমাহমানৰ আগতে এবাৰ তন্দ্ৰাবাইদেউ ভিনিহিদেউৰ লগত আহিছিল। সেইবাৰেই কৃষ্ণাবাইদেউ গিৰিয়েকৰ ঘৰলৈ যাবলৈ ওলাইছিল। পিছত নগ'ল। তেওঁলোক সেইবাৰ নিজৰ গাড়ী লৈ আহিছিল— শনিবাৰে থাকি দেওবাৰে ঘূৰি যোৱাকৈ। শনিবাৰে আবেলি তন্দ্ৰাবাইদেৱে আহিয়েই কৃষ্ণাবাইদেউক এফালে যাবলৈ লগ ধৰিছিল। কৃষ্ণাবাইদেউ ওলাল। সকলো ওলাই গাড়ীত উঠিলগৈ। এনেতে কৃষ্ণাবাইদেৱে নিজৰ গাৰুৰ তলত এৰি থৈ যোৱা চাবিকোছা নি দিবলৈ গাড়ীৰ ভিতৰৰ পৰাই মোক চিঞৰিলে। মই তেওঁৰ গাৰুৰ তলত চাবিকোছা বিচাৰোঁতে চাবিতকৈ আগতে কৃষ্ণাবাইদেউৰ নাম থকা এটা খোলা এনভেলপহে দেখিলোঁ। আৰু তাৰ লগতে আছিল এখন বহীৰ এখিলা কাগজত আধালিখা এখন চিঠি —কৃষ্ণাবাইদেৱে লিখা। ভিনিদেউলৈ। মই সেইবোৰ বাদ দি চাবিকোছা নি কৃষ্ণাবাইদেউক দিলোঁগৈ। কৃষ্ণাবাইদেউহঁতৰ গাড়ী চকুৰ আঁৰ হৈ পৰিল। সেই সময়ত কৃষ্ণাবাইদেউহঁতৰ মাক গা ধুবলৈ গা-ধোৱা ঘৰত সোমাল। গৰমকালি আবেলিপৰত এবাৰ গাটো নুধুলে মাৰ বোলে ভালেই নেলাগে মনটো। দেউতা কোনোবা বন্ধুৰ ঘৰলৈ ফুৰিবলৈ ওলাই গ'ল। ঘৰত কাম কৰা বাকী দুটা মানুহো কেনিবা আজৰি পাই ওলাই গ'ল। কিয় জানো এই অকলশৰে থকা সময়ছোৱাত মোৰ কৃষ্ণাবাইদেউৰ গাৰুৰ তলৰ চিঠি কেইখন পঢ়িবৰ মন গ'ল। মই ছেগ বুজি কৃষ্ণা বাইদেউৰ শোৱা কমলৈ সোমাই গলোঁ আৰু চিঠি কেইখন উলিয়াই লৰালৰিকৈ পঢ়ি পেলালোঁ। পঢ়োঁতে মোৰ হাতকেইখন কঁপিছিল—

কোনোবাই যদি দেখে। কিন্তু কোনেও দেখা নাপালে। চিঠিখনৰ কেইটামান কথা মোৰ মনত আছে। কৃষ্ণাবাইদেউৰ গিৰিয়েকে লিখিছিল চিঠিখন। প্ৰথমতে মৰমসনা কিবা এটা সম্বোধন। তাৰ পিচত ভাল-বেয়া কথা লিখাৰ পিচত লিখিছিল: তোমাৰ ছাগে তাত এই ছুমাহকৈ থাকি আমনি লাগিছে আৰু। কামটো মই তোমাৰ কথামতেই ৰিজাইন দি দিলোঁ। যিখন অনুষ্ঠানত ন্যায় বোলা কথা এখাৰ নাই— সেইখন অনুস্থানত নিজে জড়িত থাকি মোৰ নিজকে বৰ অপৰাধী অপৰাধী লাগি গৈছে। চেক্রেটৰীৰ লগত দেখাদেখিকৈ বেয়া নোহোৱাকৈ মই কামটো এৰি দিলোঁ। তুমি অহাৰ কথা লিখিছা? তুমিতো মোৰ কাষত থাকিলে ময়েই মনত বহুত উৎসাহ পাওঁ। কিন্তু উপায় যে নাই। তুমি এটা কাম কৰিব নোৱাৰানে—কিবা এটা অজুহাত দেখুৱাই আৰু এমাহ মাৰাৰ ঘৰতে থাকি যোৱা। ৰাণুহঁতেও কষ্ট নাপাব। মোৰ কিতাপখন অলপতে প্ৰকাশ পাব বুলি জানিব পাৰিলোঁ —।

এইখিনি কথাহে মোৰ মনত আছে। ইয়াৰ পিছত কৃষ্ণা-বাইদেৱে লিখা চিঠিখন পঢ়িলোঁ। তাৰো সকলো কথা মনত নাই। চিঠিখন আধালিখা হৈ আছিল। কৃষ্ণাবাইদেৱে লিখিছিল: কিবা এটা অজুহাত দেখুৱাই থাকিবলৈ। কি অজুহাতনো মই দেখুৱাম বাৰু? মোৰ অসুখ আদিও আজিকালি তেনেকৈ নোহোৱা হ'ল (কেনেকৈনো হ'ব? কৃষ্ণাবাইদেউক মাকে ইমান মৰম কৰে। নিয়মমতে নুশুলে, নিয়মমতে নাখালে মাকে কম গালি পাৰে নেকি কৃষ্ণাবাইদেউক!) নহলে আপুনি এটা কাম কৰক—এখন চিঠি মোৰ নামত দিব। দিব যে কিবা এটা কাৰণত এঠাইলৈ কিছুদিনৰ বাবে যাবলগা হোৱাত মই যেন আৰু কিছুদিন ইয়াত থাকি যাওঁ। পাৰিলে এখন দেউতালৈকো দিব। ইয়াৰ পিচত বাকীখিনি লিখা হোৱা নাছিল। চিঠিখন পঢ়ি কৃষ্ণাবাইদেউলৈ মোৰ খুব মৰম লাগিল। এৰা

কৃষ্ণাবাইদেৱে এইখন ঘৰত থাকি বৰ ভাল পায়— নাপাবনো কিয় ? বোধহয় এইজনী বাইদেউৰে দেউতাহঁতলৈ আটাইতকৈ বেছি মৰম। কৃষ্ণাবাইদেউজনী যে কি অসাৱধান ! চিঠিনো এনেকৈ গাৰুৰ তলত এৰেনে ?

ইয়াৰ পিচত সোমবাৰৰ দিনা ৰাতিপুৱাই তেওঁ চিঠি প'ষ্ট কৰিবলৈ পঠাই দিলে। চিঠিখন চিঠি-বাকচত পৰোতে খট্‌কৈ হোৱা শব্দ মোৰ কানত খুব মধুৰ লাগিল। হওক, কৃষ্ণাবাইদেউ আৰু কিছুদিন ইয়াত থাকি যাব। মোৰ খুব ভাল লাগিল। কৃষ্ণাবাইদেউজনীয়ে মোক ইমান মৰম কৰে।

চিঠিখন প'ষ্ট কৰি অহাৰ পিচত দেখোন কথা বেলেগ। কৃষ্ণাবাইদেৱে মাৰ আগত কৈছে : মা মই লিখিছোঁ—যোৱাৰ কথা। অহা দেওবাৰেমানেই মাতি পঠাইছোঁ। ৰাণুহঁতৰো পঢ়া-শুনা হোৱা নাই।

: কেলৈ ? আৰু কিছুদিন থাকি যা। ৰাণুক নহলে ইয়াতে থ। স্কুলত নাম লগাই দিম। মইও তেনেই অকলশৰীয়া।

: তাতো বোলে খোৱাবোৱাৰ বৰ অসুবিধা হৈছে। মোক সেইকাৰণে সোনকালে মাতি পঠাইছে। ৰাণুক বাৰু ইয়াতে থৈ যাম।

তেনেহলে কৃষ্ণাবাইদেৱে সেইখন চিঠি নপঠালে ? যোৱাৰ কথা লিখা শুনি মোৰ মনটো মৰি গ'ল।

আবেলি দেউতাৰ আগত মায়ে কলে : কৃষ্ণা যাওঁ বুলিছে। এৰা য'কগৈয়ে। ইমান দিন উলিয়াই দিয়া ছোৱালী এজনী মাকৰ ঘৰত থাকিলে আনে বেলেগ চকুৰে চায়।

: যাওঁ বুলিছে যদি য'কগৈয়ে। মই তেখেতে কি কয় শুনিবলৈ কান পাতি ৰলোঁ পৰ্দ্দাৰ এইপাৰৰ পৰা। কিন্তু তেখেতে মাত্র এটা দীঘল হুমুনিয়াহহে এৰিলে। তাৰ পিচত কলে : মোৰ কথা শুনা হলে সি সৌৰভ এনেকৈ থাকিব লগা নহলহেঁতেন। ইহঁতৰ আত্মসম্মানবোধ শক্তিও ঈশ্বৰে বেছিকৈ দিলে।

তাৰ পিচত কৃষ্ণাবাইদেৱে মোক কলে : মই যামগৈ নহয় হৰেণ।

: ইস্ আপুনি গলেগৈ মোৰ বৰ বেয়া লাগিব কৃষ্ণাবাইদেউ। মোৰ সঁচাকৈ খুব বেজাৰ লাগিছিল। ইয়াৰ পিচৰ পৰা কৃষ্ণাবাইদেৱে প্ৰত্যেকদিনাই ডাকৰ বাবে বৰ আগ্ৰহেৰে বাট চাই থাকিল। শুকুৰবাৰে আবেলিলৈকে এখনো চিঠি নাপাই শনিবাৰে কলে : চিঠি দিয়া নাই যেতিয়া নিশ্চয় আজি মানে ওলাবহি লাগে। হৰেণ মোৰ বস্তুবোৰ তই ঠিকঠাক কৰি থবিচোন। মাই কৈছিল : সৌৰভ আহকচোন তাৰ পিচত সেইবোৰ বন্ধা-কুন্ধা কৰিলেও নহব জানো? সেইদিনাখনেই কিন্তু ভিনিদেউৰ পৰা দুখন চিঠি আহি পালেহি। এখন কৃষ্ণাবাইদেউৰ, আনখন দেউতাৰ। চিঠি পঢ়ি দেউতা কিছু চিন্তান্বিত হৈ উঠা দেখিলোঁ। কৃষ্ণাবাইদেৱে কলে : কিনো মানুহ কব নোৱাৰোঁ। মোৰ মুখত হাঁহি বিৰিঙি উঠিল। কৃষ্ণাবাইদেউ নাযায়—আৰু কিছুদিন থাকিব। সেইদিনা ৰাতি মই কৃষ্ণাবাইদেউৰ কোঠাত পানী এগিলাচ থবলৈ গৈ কৃষ্ণাবাইদেউ শোৱা বিচনাখনত আঁঠুৱাৰ তলৰ পৰা উচুপনি ভাঁহি অহা শুনিবলৈ পাইছিলোঁ। কৃষ্ণাবাইদেৱে কান্দিছিল মনে মনে। কান্দিবলৈ কৃষ্ণাবাইদেউৰ আকৌ কিটো হ'ল।

ইয়াৰ দুদিনমানৰ পিচতে গুৱাহাটীৰ ৰূপাবাইদেউ এইবাৰ দুদিনমান থকাকৈ আহিল। লগতে আহিল শ্বিলঙলৈ বিয়া দিয়া নন্দাবাইদেউ। এওঁলোক অহাৰ পিচত ঘৰখনত এটা বেছ হুলস্থূলৰ সৃষ্টি হৈ পৰিল। ইয়াৰ আগতে কৃষ্ণাবাইদেউৰ ল'ৰা-ছোৱালী-কেইটা আছিল যদিও তেনে হুলস্থূল বেছি নাই। ল'ৰা কেইটা আৰু ছোৱালী কেইজনী আন ল'ৰা-ছোৱালীৰ দৰে অঘাইটং নহয়। মোৰ আকৌ সৰু ল'ৰা-ছোৱালী দুষ্ট হলেহে ভাল লাগে। যাহওক পিচত ডাঙৰ বিলাকেই দেউতাইঁতৰ ঘৰখন গৰম কৰি তুলিলে। মা আৰু দেউতাই বহুতদিনৰ পৰাই যোৰহাটত থকা মাৰ মোমায়েকৰ

ঘৰলৈ যাওঁ যাওঁ কৰি থকাৰ পিচত এসপ্তাহমানৰ পিচত জীয়েক-জঁৱৰ হাতত ঘৰখন দি ওলাই গ'ল। এসপ্তাহমান থাকি অলপ মুকলি-মুৰীয়াকৈ ফুৰি-চাকি আহিব বোলে। মা-দেউতা ওলাই যোৱাৰ ছুদিনৰ পিচতে এদিন ভমক কৈ তন্দ্ৰাবাইদেউৰ গিৰিয়েক কিবা কোম্পানীৰ কামত এসপ্তাহৰ বাবে কলিকতালৈ যাবলগীয়া হ'লত এই কেইদিন তন্দ্ৰাবাইদেউ ইয়াতে থাকিব। তন্দ্ৰাবাইদেউও গ'লহেতেন—পিছে ডাক্তৰে হেনো বেছি ঘূৰা-ফিৰা কৰিবলৈ মানা কৰিছে। তন্দ্ৰাবাইদেউক মই আগতকৈ শকত দেখিলোঁ অলপ।

চাৰিও বাই-ভনী একেখন ঘৰতে সোমাই এতিয়া কথাৰ অন্ত নাইকিয়া হ'ল। কৃষ্ণাবাইদেৱে বৰ বেছি যোগ দিবলৈ নাপায়। তেওঁৰ ল'ৰা-ছোৱালী কেইটাৰ আউল মাৰোতেই যায়। বেছি কথা নপতা নন্দাবাইদেৱেও এতিয়া কথা পাতিছে। কথাৰ অন্ত নাই। ৰূপা বাইদেৱে নিজৰ জীয়েক মিত্ৰা আৰু পুত্ৰ শশাঙ্কৰ কথা কৈয়ে ভং নাই।

ঃ মিত্ৰাজনী ইমান আলসুৰা হ'ল। তাইক লৈ মই কি কৰিম ভাবিয়েই পোৱা নাই। শশাঙ্কই হাইয়াৰ চেকেণ্ডৰী পাচ কৰি উঠিলে বেলেগ ইউনিভাৰ্চিটিলৈহে পঠাব লাগিব। সি ঘৰত থাকিলে বৰ হেবাং হৈ পৰিব যেন লাগে। কথাবোৰ ৰূপাবাইদেৱে বৰ গহীনকৈ কয়।

নন্দাবাইদেৱে কৈছিলঃ তই শশাঙ্ক আৰু মিত্ৰাৰ কথাহে কৈছ? মোৰ যে তেওঁৰ পৰাই উপায় নাইকিয়া হৈছে। চাচোন বাৰু এতিয়াও ফুৰিবলৈ যাবলৈ মই কাপোৰ সাজ বাচি উলিয়াই দিলেহে হয়নে?

তন্দ্ৰাবাইদেৱে কিবা কাপোৰ-কানিৰ বিষয়ে ৰঙা-নীলা ছবি থকা আলোচনী এখন চাই আছিল। এইবাৰ তেওঁ গাৰুৰ ওপৰত কিলাকুটি ছুটাৰে ভেঁজা দি কলেঃ উস বুজিছ মোৰ যে কি বিপদ। তেওঁ আকৌ মই নগলে ক্লাবলৈকে যাব নোখোজে। মিচেচ্ কোপাৰ,

মিচেচ মার্টিনহঁতৰ লগত চিনাকি কৰি দিয়াৰ পিচত মোৰ যে কি বিপদ হৈছিল প্ৰথমতে। ইংৰাজী মোৰ মুখত নোলায়হে নোলায়। খঙতে তেওঁ দুদিন মোক নমতাকৈও থাকিল। মিচেচ বৰদলৈয়ে দেখোন চেভেনলৈকে পঢ়িও ইংৰাজী সুন্দৰকৈ কব পৰা হ'ল। পিচত কিন্তু মই ভুলে-ভ্ৰান্তিয়ে চলাই দিয়াৰ পিচত এতিয়া অনায়াসে সিহঁতৰ লগত ক্লাবত কথা পাতিব পাৰোঁ। —তাৰ পিচত তন্দ্ৰাবাইদেৱে লগৰ চাহাব-মেম এসোপাৰ কথা উলিয়ালে। সকলোবোৰ কথা কৃষ্ণাবাইদেৱে ওঁ ওঁ কৈ শলাগি থকাৰ পিচত এবাৰ নিতু উঠিছে নেকি চাবলৈ ওলাই আহিল। নিতু শুই থুঠাৰ বাবে তেওঁ পুনৰ ঘূৰি আহিল সেইটো কোঠালৈ। কিন্তু "কৃষ্ণা" "কৃষ্ণা" বুলি নিজৰ নাম কাঢ়ি ৰূপাবাইদেউহঁতে কিবা আলোচনা কৰা শুনি বেৰৰ কাষতে বৈ গ'ল কৃষ্ণাবাইদেউ।

ৰূপাবাইদেৱে কলে: কৃষ্ণাজনী আগতকৈ বৰ বেলেগ হ'ল। কেনেকৈ মন মাৰি থাকে দেখিছ? গিৰিয়েকটোৰো অকনো দায়িত্বজ্ঞান নাই। ইমানবোৰ ল'ৰা-ছোৱালী তাতে। নন্দাবাইদেৱে আধা কওঁতেই তন্দ্ৰাবাইদেৱে কলে—

: তাই তিনিমাহমান বোলে ইয়াতে আছে। এমাহৰ আগতে মই ইয়াত লগ পাই গৈছিলোঁ— এইবাৰ নাপাম বুলি ভাবিছিলোঁ। —এনেতে মই সেইফালে পাৰ হৈ যাওঁতে মোৰ খোজৰ শব্দ শুনি তিনিওগৰাকী মনে মনে থাকিল।

কৃষ্ণাবাইদেউ আৰু সেইটো কোঠালৈ সোমাই নগল। কাণত হাত দি নিজৰ ৰূমলৈ সোমাই গ'ল। ৰাতি কৃষ্ণাবাইদেউৰ হঠাৎ মূৰ কামোৰণি উঠিল আৰু সেইবাবে ভাতো নাখালে। ৰাণুহঁতে খালেনে নাই তাৰ খবৰো নললে। মইহে সিহঁতক খুৱাই-বুৱাই শুৱাই থলোঁ। বেছিকৈ মূৰ কামুৰিছে যদি এটা এনাচিনকে খাচোন বুলি নন্দাবাইদেৱে কৈছিল। কিন্তু নন্দাবাইদেৱে দিয়া এনাচিন টেবলেট টেবুলতে পৰি থাকিল, কৃষ্ণাবাইদেৱে নাখালে।

আজি ৰাতিপুৱা শুই উঠি দেখিলোঁ কৃষ্ণাবাইদেউৰ চকুকেইটা ৰঙা পৰি আছে আৰু চকুৰ পাহি কেইটা অসম্ভৱ উখহি আছে। চাহ খাই উঠি কৃষ্ণাবাইদেৱে কলে: মই যাওঁগৈ ৰূপাবাইদেউ। আৰু হৰেণ তই টেক্সী এখন আনি দিবিচোন দুপৰীয়া। ৰূপা-বাইদেউ আচৰিত হ'ল: হঠাৎ যে যাবলৈ ওলালি? ইমান লৰা-লৰিকৈ কিয় যাব? সোঁৱভক জানো খবৰ দিলি? তেওঁৱেই বা কি ভাবিব।

: খুব বেয়া সপোন এটা দেখিলোঁ আজি। কথাটো কৈ দুয়োখন হাতেৰে মুখখন ঢাকি কৃষ্ণাবাইদেৱে হুকহুককৈ কান্দি পেলালে। কৃষ্ণাবাইদেউৰ কাণ্ড দেখি তন্দ্ৰাবাইদেউ খঙত জাপ মাৰি উঠিল। তয়ো আৰু কি কৃষ্ণাবাইদেউ? ইমান চুপাৰ্চটিচাচ হলে কেনেকৈ হ'ব? আজি কালিও আৰু সপোনৰ কথা বিশ্বাস কৰেনে কোনোবাই?

: কি দেখিলি বাৰু কি দেখিলি? বুলি নন্দাবাইদেৱে বাহুত ধৰি কৃষ্ণাবাইদেউক জোকাৰি দিলে।

সপোনটোৰ কথা কৃষ্ণাবাইদেৱে নকলে। কিছুসময়ৰ পিচত কান্দোন বন্ধ কৰি গা-পা ধুলে। ৰাণুহঁতকো মই ধুৱাই দিলোঁ। ভাত খাই উঠাৰ পিচত সকলোৱে বাধা দিয়া স্বত্বেও নিজেই "হ'ল্ডঅল" আদি বান্ধি মোক টেক্সি আনিবলৈ কলে। অৱশেষত টেক্সী আহিল। কৃষ্ণাবাইদেউৰ বস্তুবোৰ মই গাড়ীত তুলি দিলোঁ। ল'ৰা-ছোৱালী কেইটাক উঠাই দি নিজে উঠিবলৈ যোৱাৰ আগতে ৰূপাবাইদেউহঁতক 'যাওঁ' বুলি মাত লগাওঁতে কৃষ্ণাবাইদেউৰ মাতটো থোকাথুকি হৈ পৰিছিল। মোৰ মূৰত হাত বুলাই কলে: তোলৈ খুব মনত পৰিব। —মোৰ চকুপানী ওলাই আহিব খুজিছিল। কোনেও গম নোপোৱাকৈ মই চকুপানী টোপাল চাৰ্টেৰে মোহাৰি পেলালোঁ। টেক্সিখন গুচি যোৱাৰ পিচত ৰূপাবাইদেউ নন্দাবাইদেউ

আৰু তন্দ্ৰাবাইদেউ তিনিওৱে ইগৰাকীয়ে সিগৰাকীৰ মুখলৈ নীৰবে চোৱা-চুই কৰি ঘৰলৈ সোমাই আহিল। কৃষ্ণাবাইদেউ যোৱাৰ পিচত ঘৰখন উকা উকা লাগিল। মোৰ মনটোও উকা উকা লাগিছে। আজিৰ পৰা আৰু তুপৰীয়া-গধূলি 'হৰেণ তই ভাত খালিনে' বুলি সুধিবলৈ কোনো নাই এইখন ঘৰত। দেউতা আৰু মায়ে আহি মোক সুধিলে মই কি বুলি কম ??

ৰামধেনু
ফেব্ৰুৱাৰী '৬৩।

# বে ৰ

ঃ স্বৰ্ণজা-অ' স্বৰ্ণজা। দুঘৰ মানুহক বেলেগ কৰি ৰখা বাঁহৰ চকোৱাখনৰ এটা পাৰৰ ঘৰটোৰ গৃহিণীয়ে আনটো পাৰৰ ঘৰৰ জীয়েক স্বৰ্ণজাক মাতিলে। দুটামান পকা পকা বিলাহী, কেইচিৰামান ফ্ৰেন্সবিন্, দহোটামান পুৰঠ টেঙামৰা আৰু এটা সৰু জালি-লাওৰে সৈতে এটা খৰাহি তেওঁ হাতত লৈ চকোৱাখনৰ ওপৰেদি ডিঙি মেলি চালে কোনোবা ওলাই আহিছেনে নাই ইটো ঘৰৰ পৰা। এআঙুলমান ডিঙিটো মেলিলে বৰুৱানীৰ ঘৰৰ পৰা স্বৰ্ণজাহঁতৰ ঘৰৰ বাহিৰখন তেনেই দেখে। বৰুৱানীহঁতৰ ঘৰৰ ভেটিটো ওখ। চকোৱাখন আগতে নাছিল। তাৰ ঠাইত এখন তাঁৰৰ ফেনচিং আছিল। কিন্তু বৰুৱাৰ—মানে গজেন বৰুৱাৰ ঘৰত এতিয়া দুটাকৈ ডঙুৰা ল'ৰা আছে। এটা নিজৰ ল'ৰা দীপক—আগতে দিল্লীত পঢ়িছিল, এতিয়া পঢ়া শেষ হ'লত কাম এটা নাপায় মানে ঘৰতে থাকিব বোলে। আনটো নিজৰ ভাগিন মৃণাল—স্থানীয় কলেজত অধ্যাপনা কৰে। হোষ্টেলত চিট্ এটা পোৱা কথা আছে, নোপোৱা-লৈকে ইয়াতে থাকিব। ইহঁত দুটা পিছ ফালে ওলালে স্বৰ্ণজাৰ বাহিৰ ভিতৰ কৰিবলৈ লাজ লাগে' বোলে। তাইও কলেজত পঢ়া ডাঙৰ ছোৱালী। তাতে ডেকাল'ৰাই নাচালেও ছোৱালীৰ চোৱা

যেন লগাটো স্বভাৱ। মাকেও কথাটো মন কৰিলে। স্বৰ্ণজাই কলে: আমাৰ দুয়োঘৰৰ মাজত এখন চকোৱা দিলে কেনে হয় মা? দেওবাৰে মুৰটো ধুই চুলিকোছা ৰ'দত মেলি দি চোতালত বহিবলৈকে এনে অসুবিধা হ'ল তাইৰ! : দীপকহঁতৰ আগত মোৰ এই জেঠিনেজ যেন চুলিকোছানো বাৰু কেনেকৈ দেখুৱাওঁ! মাকে জীয়েকৰ কথা শুনি মিচিকিয়াই হাঁহিলে। হয়, কথাটো মিছা নহয়। : এৰা দেউতাৰক কব লাগিব। বাইদেৱে বা কথাটো কেনেকৈ লয়? গজেন বৰুৱাৰ পত্নীক স্বৰ্ণজাৰ মাকে বয়সত কিছু ডাঙৰ যেন লাগে বাবে বাইদেউ বুলি কয়। আৰু স্বৰ্ণজাহঁতে তেওঁক জেঠাই বুলি মাতে।

: জেঠাইক কথাটো বুজাই কলেই হ'ব। তেখেতে একো বেয়া নাপায়।

বেৰখনৰ কোনো দৰকাৰেই দেখোন নাছিল, কেৱল এই দীপকহঁতৰ পৰাই যত যি অসুবিধা। নহলে এই দুঘৰৰ মাজত সীমা হিচাবে ফেন্‌চিং খনেইটো যথেষ্ট। ফেন্‌চিংখন নথকা হলেও একো নহ'লহেঁতেন। আৰু সেইখনো নামতহে। তাৰ ওপৰেদি স্বৰ্ণজাৰ ভায়েক দুটা আৰু দীপকৰ ভায়েক-ভনীয়েক দুটা অবাধ গতিৰে আহ-যাহ কৰে। বহুদিন আহ-যাহ কৰাৰ পিছত যেতিয়া ফেন্‌চিংখনৰ বিশেষ এডোখৰ ঠাই তললৈ হালি গৈ গৈ মাটি চোওঁ চোওঁ হ'ল, তেতিয়া স্বৰ্ণজা, স্বৰ্ণজাৰ মাক আৰু ইপাৰৰ দীপকৰ মাক বৰুৱানীয়েও সন্মুখৰ আচল ৰাস্তা এৰি এতিয়া তাৰ ওপৰেদিয়েই দৰ্কাৰ হলে মেখেলাখন সামান্য ওপৰলৈ দাঙি জাপ মাৰি ইপাৰ সিপাৰ হয়। ঘৰত কোনো নথকা অৱস্থাত আবেলি বৰুৱানীয়ে চাহ কৰিবলৈ লৈ হঠাৎ দেখিলে জুইশলাৰ বাঁহটো তেনেই খালি, সেই মুহূৰ্ত্ততে তেওঁ ফেনচিংখন পাৰ হৈ স্বৰ্ণজাৰ মাকৰ পৰা দুটা কাঠি লৈ যাবহি। সাধাৰণ বস্তু, অথচ যিটো বস্তু নহলে অসুবিধা ভোগ কৰা যায়; তেনেকুৱা বস্তু প্ৰায়েই স্বৰ্ণজাৰ মাকে বজাৰৰ পৰা অনাবলৈ পাহৰে। সদাই ভাত বাঢ়ি দিয়াৰ

পিছত তেওঁৰ মনত পৰে। ঃ সেইয়া মই পাহৰিলোঁ বুলি স্বৰ্ণজা তয়ো পাহৰিব পাৰনে? জেঠায়েৰৰ ওচৰৰ পৰা ছুটামান জলকীয়া লৈ আনগৈচোন যা; দৌৰি যা, দেউতাৰাই খাই উঠিবই এতিয়া। কোনো কথা নাই স্বৰ্ণজাই জাপমাৰি হালি থকা ফেন্‌চিংখন পাৰ হৈ চিধা বৰুৱানীৰ ওচৰলৈ গৈ কবগৈ: জেঠাই দিয়কচোন জলকীয়া ছুটামান, মা জনী বৰ কিবা হৈছে আজিকালি, সদাই পাহৰে। বৰুৱানীয়ে জলকীয়া ছুটামানতো দিবই তাৰ উপৰিও সেইদিনালৈ কৰা পদিনাৰ চাটনিখনৰো আধা প্লেট এখনত দি পঠাব। কোনো আপত্তি নকৰে স্বৰ্ণজাই। আপত্তি কৰিলে নৰজেও। এইটো তেওঁলোকৰ নিয়ম। স্বৰ্ণজাহঁতৰ ঘৰত যিদিনা পাৰৰ মাংস ৰান্ধিব, তাৰ ভাগ দীপকহঁতৰ ঘৰেও পাব। দীপকহঁতৰ ঘৰত যিদিনা ৰৌমাছৰ মুৰিঘণ্ট ৰান্ধিব, সেইদিনা তাৰ ভাগ স্বৰ্ণজাহঁতেও পাব। প্ৰায়ে ভাত খোৱাৰ আগে আগে বৰুৱানীয়ে ফেন্‌চিংখনৰ ওচৰলৈ আহিব আৰু হাতত ঢাকোন দি অনা পাত্ৰটো স্বৰ্ণজালৈ আগবঢ়াই দি ক'ব ঃ এইটো নিয়াচোন। ঃ কি জেঠাই?

ঃ নিয়াচোন বাৰু। হাত মেলি স্বৰ্ণজাই সেই বন্ধ পাত্ৰটো লৈ আহিব। কেতিয়াবা স্বৰ্ণজাৰ মাকেও ঠিক সেইদৰে কিবা এটা লৈ এই পাৰৰ পৰা ক'ব ঃ এইটো নিয়কচোন। ঃ কি? ঃ নিয়কচোন বাৰু কিবা এটা কৰিছিলোঁ। স্বৰ্ণজাৰ ভায়েক ছুটা আৰু দীপকৰ ভায়েক এটা আৰু ভনীয়েক ৰাণু ইহঁতৰতো কোনখন নিজা ঘৰ খবৰেই নাই। মাত্ৰ গধূলিহে চৰাইৰ দৰে নিজ নিজ ঘৰত স্থিতি লবহি। তাৰ বাবে কোনেও কাকো একো নকয়। অকণমানি ৰাণুৰ আকৌ কইনা কেইজনী স্বৰ্ণজাই সাজি দিলেহে হেঁপাহ পলায়। তাই কয়: মাই যিহে কইনা সাজি দিয়ে। মোৰ ভাল নালাগে। চুলি দি মই খোপা বান্ধি দিবলৈ কওঁ, মাই কটাকানি দি সাজি সাজি দিয়ে। স্বৰ্ণজাই তেতিয়া মুৰ আঁচোৰোতে সৰা চুলি থবলৈ আচুতীয়াকৈ থোৱা কিবা তেলৰ কাগজৰ বাকচটোৰ পৰা একোছা

চুলি উলিয়াই বাণুৰ কইনাৰ খোপা লগাই দিয়ে। বাণুৰ কি স্ফূৰ্ত্তি তেতিয়া। ঃ এই স্বৰ্ণজা বাইদেউ জনী আমাৰ ঘৰৰ হোৱা হলে সব কইনাৰে মই খোপা লগাই দিবলৈ দিলোঁহেঁতেন। বৰুৱানী-হঁতৰ ড্ৰইংৰুমৰ টেবুলত স্বৰ্ণজাই কৰা টেবুল ক্লথে শোভা বঢ়ায়। স্বৰ্ণজাই যেতিয়া নিজৰ ঘৰৰ প্ৰত্যেকটো বস্তু নিজৰ হাতৰ পৰশেৰে উজলাই পেলায় তেতিয়া বৰুৱানীয়ে স্বৰ্ণজাৰ মাকক ক'ব ঃ সঁচাকৈ ছোৱালী থকা ঘৰহে আচল ঘৰ। মোৰো যদি স্বৰ্ণজাৰ দৰে এজনী ছোৱালী থাকিলহেঁতেন! পিছদিনা স্বৰ্ণজা বৰুৱানীহঁতৰ ঘৰলৈ যাব আৰু গৈ কবগৈ ঃ জেঠাইদেউ, আপোনালোকৰ ড্ৰইংৰুমৰ টেবুল তিনিখনৰ কাৰণে মোক কাপোৰ তিনি গজ অনাই দিব। মই এম্ব্ৰইডাৰী কৰি দিম। ৰংটো কিন্তু ক্ৰিম ৰঙৰ দেই। কিছু-দিনৰ পিছত গজেন বৰুৱাৰ ঘৰৰ টেবুলত স্বৰ্ণজাৰ হাতেৰে তৈয়াৰী কাপোৰ দেখিবলৈ পোৱা যাব। অকল সেয়ে নহয় ঘৰ সজোৱাৰ প্ৰত্যেকটো বস্তুৱেই স্বৰ্ণজাৰ পৰশত দুগুণে উজ্জ্বলি উঠিল। গজেন বৰুৱাই আৰু স্বৰ্ণজাৰ দেউতাক হেৰম্ব শৰ্ম্মাই আবেলি দিখৌৰ পাৰত ফুৰিবলৈ ওলাই যাবলৈ একেলগে গলেঁহে ভাল পায়। দীপকৰ দেউতাক গজেন বৰুৱা এটা শিল্প প্ৰতিষ্ঠানৰ হেডক্লাৰ্ক আৰু স্বৰ্ণজাৰ দেউতাক হেৰম্ব শৰ্ম্মা স্থানীয় স্কুল এখনৰ হেডমাষ্টৰ। আবেলি বৰুৱা অফিচৰ পৰা ঘুৰি অহাত সদাই পলম হয়। চাৰিটা বজাতে স্কুল এৰি আহি স্বৰ্ণজাৰ দেউতাকে ঘৰলৈ আহি চাহ-তাহ খাই উঠি আগফালৰ বাৰান্দাত চিগাৰেট হোঁপি হোঁপি বেতৰ চকিখনত বহি দীপকৰ দেউতাক অহালৈ বাট চাই থাকে। গজেন বৰুৱা যে আহিছে সেইটো কথা স্বৰ্ণজাৰ দেউতাকে দূৰতে জানিব পাৰে। দীপকৰ দেউতাক সদায় এখন ৰিক্সাত অফিচলৈ অহা যোৱা কৰে। ৰিক্সাখনৰ মাতটো সেইডোখৰৰ সকলোৰে চিনাকি। ৰিক্সাখনে গোট গোট্ট শিলগুটিৰ ওপৰদি অহাযোৱা কৰোতে এটা অদ্ভুত শব্দ কৰি যায়। আৰু তেনেকৈ সেইফালে

ৰিক্সা নাহে। গতিকে এইখন ৰিক্সা আহি কৈঁকুৰিটোৰ ওচৰ ৰেখিয়া পায়হি তেতিয়াই স্বৰ্ণজাৰ দেউতাকে বহাৰ পৰা উঠি খাই শেষ কৰা শেহতীয়া চিগাৰেটটো বাৰান্দাত কাষৰ বৰচাবনৰ মাজলৈ দলিয়াই দি ভিতৰলৈ সোমাই আহে। তাৰ পিছত পিছফালৰ চোতালৰ পৰা ইমুৰৰ পুখুৰীলৈকে এখোজ দুখোজকৈ কেইবাবাৰো টহল দিব। ইয়াৰ অলপ পিছত দুয়ো বৰুৱা আৰু শৰ্ম্মা দিখৌৰ পাৰলৈ যথা নিয়মেৰে সান্ধ্য ভ্ৰমণৰ উদ্দেশ্যে ওলাই যায়। স্বৰ্ণজাৰ সমনীয়া বৰুৱাৰ ঘৰত দীপকৰ বাদে কোনো নাই। ৰাণুও তেনেই সৰু; তাইক কইনাৰ মুৰৰ চুলি লগাই দিয়াৰ বাদে তাইৰ লগত স্বৰ্ণজাৰ কোনো সম্বন্ধ নাই। দীপকৰ বাদে জেঠায়েক তাইৰ সঙ্গী। মাকৰো। দীপকৰ লগত স্কুলত পঢ়ি থাকোতেই যি সম্বন্ধ আছিল। তেতিয়াও সিহঁতৰ যিটোহে সম্বন্ধ আছিল! তেনেই অহিনকুল সম্বন্ধ। দুয়োটাই ইটোৱে সিটোৰ দোষ ত্ৰুটি বিচৰাত ওস্তাদ আৰু কিবা এটা ত্ৰুটি কোনোবা এটাৰ ধৰা পৰিলেই ইটোৱে সিটোৰ বদনাম মাকক লগাই, মাৰ বা গালি খুৱাই ৰং পাইছিল। দীপক অৱশ্যে স্বৰ্ণজাতকৈ এবছৰনে দুবছৰমানৰহে ডাঙৰ। পঢ়িছিলো দুবছৰৰ ওপৰত। গতিকেই স্কুল এৰি দীপক বাহিৰলৈ গ'লগৈ পঢ়িবলৈ। আৰু কি আ:চৰিত, দীপক যেই তাইৰ পৰা আঁতৰি গ'ল তেতিয়াৰ পৰাই স্বৰ্ণজাৰ মনৰ পৰা দীপকৰ ত্ৰুটি বিচৰা ইচ্ছাটোও নাইকিয়া হৈ গ'ল। আৰু দীপকেও মাকলৈ লিখা চিঠিত আনৰ লগতে স্বৰ্ণজাকো তাৰ মৰম জনাবলৈ লিখা হ'ল। দুয়োটাৰে হিংসা-হিংসি ভাব এৰিয়া প্ৰীতিলৈ ৰূপান্তৰিত হ'ল। দীপক বন্ধত আহিলে দীপকে বৰ্ণোৱা দিল্লীৰ খবৰ শুনি স্বৰ্ণজাই ভালপোৱা হ'ল আৰু স্বৰ্ণজাই দিয়া স্কুল কলেজৰ বাতৰি শুনি দীপকে ভালপোৱা হ'ল। আগতে দন্দ কৰা, মাকৰ হতুৱাই মৰাই ভালপোৱা দীপকৰ আগত আকৌ আজিকালি স্বৰ্ণজাৰ লাজো লগা হ'ল আৰু সেই বাবেই এম-এ দি ঘৰত দীপক

থাকিবলগীয়া হোৱা বাবেই তাই মাকক কলে ঘৰ দুটাৰ মাজত এখন চকোৱা দিবৰ বাবে। চকোৱাখন সঁচাকৈ দিয়ালে স্বৰ্ণজাৰ মাক-দেউতাকে। একেবাৰে ঘৰ দুটাৰ মাজৰ পৰা চোতালৰ ইমূৰলৈকে চকোৱাখন এতিয়া থিয় হৈ থাকিল। মাত্ৰ যি ডোখৰ ঠাইত ফেন্‌চিংখন তললৈ ওলমি মাটি চুইছিলগৈ সেইডোখৰৰ এহাতমান ঠাইত কামি ববলৈ নিদিলে। চকোৱাখনৰ বাবে ইঘৰে সিঘৰক সহজে দেখা নাপায় যদিও দুয়ো ঘৰৰ মাজৰ যোগসূত্ৰ হ'ল এতিয়া সেই এহাত বহল বাটটোৱেই।

সেইটো বাটৰ পোনতে থিয়হৈ বৰুৱানীয়ে স্বৰ্ণজাক মাতিলে ঘৰতে লগা পাচলি কেইটা দিবলৈ। স্বৰ্ণজা ওলাই আহিল : কি জেঠাই ?

: এই পাচলি কেইটা নিয়াচোন, ঘৰতে লাগিছিল।

: অ'। ৰ'বচোন দেই মই কিবা এটা আনোগৈ। দুই মিনিটৰ পিছতে স্বৰ্ণজাই হাতত বটল এটা লৈ ওলাই আহিল। এখন হাতেৰে খৰাহিটো লৈ আনখন হাতেৰে বটলটো আগবঢ়াই দিলে : জলফাইৰ জেলি কৰিছিলোঁ এয়া মাই আপোনালোকক দিছে।

: মাই দিছে নে তুমি ? জেঠায়েকৰ কথাত স্বৰ্ণজাই লাজ লগাকৈ হাঁহিলে।

: তুমি কিবা কাম কৰিছা নেকি স্বৰ্ণজাই ? স্বৰ্ণজাই মূৰ জোকাৰিলে—

: নাই মই কিতাপ এখনহে পঢ়ি আছিলোঁ, গল্প কিতাপ।

: তেনেহলে অকণমান আহাচোন, আজি বোলে দীপকে তাৰ লগৰ কোনোবা দুটামানক আবেলিকৈ চাহ খাবলৈ মাতিছে। স্বৰ্ণজাই সুধিলে : দীপ আছে নেকি জেঠাই ?

: নাই, আহা। এতিয়া আকৌ তালৈ তোমাৰ লাজ লগা হ'ল। আগতে যে ইটোৱে সিটোক কম মাৰ খুৱালা নেকি ?

: হয় দেই। আগতে আমি কেনেকুৱা আছিলোঁ। কথাষাৰ কৈ ঘৰৰ ভিতৰলৈ চাই কলে : অ' মা মই এইফালে আছিছো দেই।

পাকঘৰত বৰুৱানীৰ লগত বহি স্বৰ্ণজাই বহুত কিবাকিবি কৰিলে। কাম কৰি থকা ব্যস্ত হাতখনলৈ চাই বৰুৱানীয়ে ভাবিলে এইজনী ছোৱালীক যদি তেওঁ নিজৰ কৰি লব পাৰিলেহেঁতেন! কিন্তু! দীপকহঁত আহি-পোৱাৰ আগেই তাই ঘৰলৈ ঘূৰি আহিল। দীপকে চাহ খাওঁতে কলে : মা তইনো ইমান ভালকৈ এইবোৰ কৰিবলৈ কেতিয়াৰ পৰা শিকিলি? নহয়নে বাৰু নৰেণ এই আলুৰ চপ কেইটা কিন্তু বঢ়িয়া হৈছে। মাকে হাঁহি কলে : মই কৰিছোঁ, স্বৰ্ণজাই কৰিছে। দীপকে একান্তমনেৰে খালে।

ইয়াৰ দুদিনমানৰ পিছতে এদিন দীপকহঁতৰ ফুলনিখনিত ফুলা বিবিধ ফুল চিঙি এথোপা ফুল দীপকহঁতৰ ফুলদানীত সজোৱাত ব্যস্ত আছিল স্বৰ্ণজা। দীপকৰ মাক পাকঘৰত। কোন মুহূৰ্ত্তত দীপক আহি কোঠাত সোমাল স্বৰ্ণজাই গম নাপালে। : সেয়া আনৰ ঘৰত আনে আহি এইদৰে চোৰৰ দৰে কাম কৰিলে মই কিন্তু ভাল নাপাওঁ।

: কোনে ভাল পাবলৈ কৈছে? যদি আনৰ ঘৰৰ মানুহ বুলি হিংসা লাগিছে নিজৰ ঘৰৰ বুলি ভাবি ললেই হ'ল। কথাটো কৈ ফুল সজাই সজায়েই স্বৰ্ণজাই উভতি চালে দীপকলৈ। নিজক ধপচকৈ বেতৰ চকী এখনত এৰি দি টেবুলৰ পৰা কাগজ এখন লৈ চকুৰ আগত থৈ দীপকে কলে : অকলে মই ভাবিলেইতো নহয়। আনেও ভাবিব পৰা কিবা এটা উপায় কৰিব নোৱাৰিনে স্বৰ্ণা? ·

: পাৰি, কেলৈ নোৱাৰি? স্বৰ্ণজাৰ কথা শুনি দীপকে হাঁহিলে আৰু স্বৰ্ণজালৈ চালে। এইজনী ছোৱালীক তাৰ সকলোতকৈ ভাল লাগিছে। সঁচাকৈ তাৰ ভাল লাগিছে। এইবাৰ স্বৰ্ণজা

ফুলদানীৰ কাষৰ পৰা আঁতৰি আহি দীপকৰ বাহুত হেঁচুকি কলে: ধেৎ দীপ, তুমি চিৰিয়াচলি লৈছা কথাটো? মই ধেমালিহে কৰিছোঁ। স্বৰ্ণজ্যাৰ হাত এখনত ধৰি দীপকে কলে: স্বৰ্ণা মই যদি তোমাক—। ঠিক এই সময়তে ইটো কোঠাত দীপকৰ মাকৰ ভৰিৰ শব্দ শুনা গ'ল। : দীপক আহিছিল নেকি? : অ' মা-স্বৰ্ণজ্যা দেখোন। ডাঙৰ ফুলদানীটো কি ধুনীয়াকৈ সজালে চাহিচোন। দীপকে মাকক কলে। স্বৰ্ণজ্যা ইফালে কোঠাৰ পৰা সৰকি গ'ল বকৰানীয়ে কব নোৱাৰাকৈ। স্বৰ্ণজ্যাই গম পালে, সকলো শুনিলে জেঠায়ে।

সঁচাকৈ সকলো শুনিলে দীপকৰ মাকে। দুয়োটাৰ মাজত হোৱা কথাবোৰ শুনি দীপকৰ মাকে ভাবিলে দুয়োঘৰৰ মাজত সম্বন্ধ ঘটাব পৰা হলে বেয়া নাছিল। কিন্তু হঠাতে ভুল কথা এটা ভাবি অপৰাধ কৰাৰ দৰে দীপকৰ মাক অন্যমনস্ক হৈ পাকঘৰলৈ সোমাই গ'ল। ঠিক এইটো কথাকে স্বৰ্ণজ্যাইও নিজৰ ঘৰত ভাবিলেগৈ। আৰু দীপকেও একে সময়তে একেটা কথাকে নিজৰ বিছনাত দীঘল দি পৰি ভাবিলে। কিন্তু, স্বৰ্ণজ্যাৰ মাকে কথাটো দীপকৰ মাকৰ পৰা শুনিবলৈ পালে এদিন। কথাখিনি তেওঁ একাগ্ৰমনেৰে শুনি থাকি ৰাতি গিৰিয়েক হেৰম্ব শৰ্ম্মাক কাণছোৱালে। তাৰ পাচত মাত্ৰ একেৰাৰ কথাকে সকলোৱে ভাবিবলৈ আৰম্ভ কৰি দিলে একান্ত অকলশৰীয়াকৈ। কাৰোবে পৰা কিন্তু একো উত্তৰ কোনোৱে নাপালে। এয়ে মাত্ৰ। এই কথাৰ কাৰণেই দুয়োঘৰ মানুহৰ আহ-যাহ কৰা চকোৱাৰ মাজৰ দুবৰি বন মৰা অকণমান বাটটোৰ ওপৰত কেইটামান দুবৰিৰ কুঁহিপাতে পুনৰ ভুমুকি মাৰিলে।

নিস্তব্ধ হৈ গ'ল দুই ঘৰ মানুহ। ইয়াৰ মাজতে এদিন এইটো কথাকে ভাবি স্বৰ্ণজ্যা বিছনাত শুই আছিল। স্বৰ্ণজ্যাৰ মাক জীয়েকৰ ওচৰলৈ আহি দুৱাৰ মুখত বৈ গ'ল। সোঁহাতখন মূৰৰ তলত পাৰি লৈ আঁঠু দুটা কোঁচাই বুকুৰ ওচৰলৈ আনি

বাওঁ হাতখন জঠৰ ভাৱে আঁঠুৰ ওপৰত থৈ স্বৰ্ণজা বিচনাত পৰি আছে। মুখখন বেৰৰ ফালে আছে। মাকে বহুত সময় চাই স্বৰ্ণজা টোপনিত আছেনে সাৰে আছে ধৰিব নোৱাৰি কলে : স্বৰ্ণা।

: হুঁ।

: সেইবোৰ কথাকে তই ভাবি আছ নেকি ?

: কি কথা মা ?

: দীপকৰ কথা ? সেই…

: নাই ভবা। স্বৰ্ণজাই মিছা মাতিছে সেইটো কথা মাকে জানিছে। এজন মানুহক মনৰ পৰা আঁতৰাই পঠোৱাটো কম সহজ নহয়। স্বৰ্ণজাৰ মুখখনেই কয় স্বৰ্ণজাৰ ভাল টোপনি অহা নাই। চকু কেইটা সোমাই গৈছে। কিন্তু……

: আমি কি তই জান স্বৰ্ণা। এই কথাটোতো কোনো-দিনেই তেওঁ ল'ৰা-ছোৱালীৰ আগত আলোচনা কৰা নাই। তথাপি উলিয়াব লগা হ'ল তেওঁৰ !

: জানো। ব্ৰাহ্মণ।

: দীপকহঁতৰ ঘৰৰ লগত আমাৰ ঘৰৰ কিবা সম্বন্ধ ঘটোৱাত, আমাৰ, মানে তোৰ দেউতাৰৰ আৰু মোৰ কোনো আপত্তি নাই। এইবাৰ স্বৰ্ণজাই চকু কেইটা মেলি মাকলৈ ঘূৰি চালে : কিন্তু আমাৰ এইবোৰ মানুহ, এইবোৰ মানুহৰ চকুত আমি…কথাষাৰ মাকে সম্পূৰ্ণ নকৰিলে। স্বৰ্ণজা এইবাৰ শোৱাৰ পৰা জাপ মাৰি উঠি বহিল : মা মাত্ৰ সেইটো কথাৰ কাৰণেই এতিয়া আমাৰ মাজৰ সৌহাৰ্দ্যখিনিও নাইকিয়া হৈ যাব নেকি ?—মানে আমাৰ ঘৰ দুখনৰ ? : কোনে কৈছে শেষ হৈ যাব বুলি ? মাক কোঠাৰ পৰা ওলাই আহিল।

সেইদিনা আবেলি স্বৰ্ণজাই দেখিলে দীপকৰ দেউতাক গজেন বৰুৱা আৰু তাইৰ দেউতাক হেৰম্ব শৰ্ম্মাই একেলগে আবেলি

ফুৰিবলৈ দিখৌৰ পাৰলৈ ওলাই গৈছে। স্বৰ্ণজ্যাৰ মাকে গৈ দীপক-হঁতৰ মাকৰ সৈতে পিছফালৰ বাৰান্দাত বহি হাঁহি হাঁহি কথা পাতিলে আগৰ দৰে। এই কেইদিনৰ সেই জড়তা ভাব মুঠেই নাই। হাঁহি আৰু কথাৰ মাজে মাজে কটাৰী আৰু বটাৰ শব্দ তাইৰ কাণত পৰিলহি। শব্দটো মধুৰ লাগিল স্বৰ্ণজ্যাৰ কাণত।

স্বৰ্ণজ্যা নিজে আহি আগফালে বাৰান্দাত থিয় দিলেহি। ইথন ঘৰতো ঠিক সেই একে সময়তে দীপকো নিজৰ ঘৰৰ বাৰান্দাত থিয় হ'লহি। দুয়োটাৰ চকুৰে চকুৰে পৰাত ইটোৱে সিটোলৈ চাই কোমলকৈ হাঁহিলে ; আৰু লগে লগেই স্বৰ্ণজ্যা ভিতৰলৈ সোমাই গ'ল। নিজকে যিমান পাৰে আঁতৰত ৰাখিবৰ বাবে স্বৰ্ণজ্যাই যত্ন কৰিলে। সিহঁতৰ মাজত এখন বেৰ আছে। অলংঘণীয় বেৰ। কোনে জানে এইখন বেৰ কেতিয়াকৈ নিঃচিহ্ন হৈ যায়। দীপকে নিজৰ কোঠালৈ সোমাই গৈ ঠিক এইটো কথাকে ভাবিলে একেদৰে। স্বৰ্ণজ্যাই ভবাৰ দৰেই।

নৱযুগ
এপ্ৰিল, ১৯৬৪

# ঋণ

অকালবৃদ্ধ ৰামদয়াল হঠাৎ তাৰ নামটো শুনি উচাপ খাই উঠিল। অফিচৰ সন্মুখৰ আহল-বহলকৈ ছাঁ দি থকা জৰীজোপাৰ তলত সি আজি অনেক আশা লৈ বহি আছে। পেটত তাৰ দিনটো একো পৰা নাই। ভোকত কলমলাই থকা পেটটোৰ কথা নভবাকৈ তাৰ নামটো মতালৈ বাট চাই সি জৰিজোপাৰ শিপাত বহি থাকোঁতেই তাৰ কেতিয়া চিলমিল টোপনি আহিল সি কব নোৱাৰে। সুন্দৰ সপোন এটাৰ মাজত সি নিজকে আগৰ ৰামদয়ালৰ ৰূপত দেখা পালে—সন্মুখত উঁৰাল ঘৰবে নৈতে খেৰ-বাঁহৰ হলেও পৰিষ্কাৰ ঘৰ এটাৰ সন্মুখত চোতালত বহি উজ্জ্বল বেলিৰ জিলমিলনিত সি ৰ'দ পুৱাইছে। হঠাৎ তাৰ নামটোৱে সপোনত খেলিমেলি লগাই দিলে। লগৰে কোনোবা এটাই তাক হাতেৰে হেঁচুকি দিলে: উঠা, উঠা, যোৱা তুমি পাইছা। ৰামদয়ালে পুৰি থকা চকুকেইটা মোহাৰি মোহাৰি ভৰিৰ ওপৰত ভৰ দিলে। গাটো তাৰ বৰ দুৰ্বল লাগিছে। সি হাত দুখন বুকুৰ ওচৰলৈ আনি নেদেখা-জনলৈ প্ৰণাম জনালে। তাৰ পিচত লাহে-লাহে সি অফিচৰ ভিতৰলৈ সোমাই গ'ল।

খন্তেক পিচত ওলাই অহা ৰামদয়ালক এইবাৰ যথেষ্ট সবল দেখা গ'ল। তাৰ অকালবৃদ্ধ মুখখনত যৌৱনৰ হাঁহিয়ে লুকাভাকু

খেলিলে। টকাখিনি কঁকালৰ গামোচাৰ আগত বান্ধি বান্ধি সি সম্মুখলৈ আগবাঢ়ি আহিল। নগদ পাঁচশ টকা সি আজি চৰকাৰৰ পৰা ঋণ হিচাপে পাইছে। ঘৰলৈ সি আজি সুদা হাতেৰে যাবলগীয়া নহ'ল। এইখিনি টকা সি বলধ গৰু কিনিবৰ বাবে চৰকাৰৰ পৰা ঋণ পাইছে। বন্ধকত যোৱা মাটিখিনি মোকোলাবৰ বাবে এইখিনি টকা তাৰ বাবে যথেষ্ট নহয়। কিন্তু যিখিনি মাটি তাৰ এতিয়া আছে সেইখিনি মাটি চহাই খেতি কৰিব পাৰিলেও তাৰ বছৰটোৰ ছমাহ নিশ্চয় পাৰ হৈ যাব। পিচৰ ছমাহ সি মানুহৰ ঘৰে ঘৰে হাজিৰা কৰিব। বেমাৰী ঘৈণী-য়েকে অসুখীয়া গাৰে হলেও এতিয়া কৰাৰ দৰে মানুহৰ ঘৰে ঘৰে বন কৰি এসাজ গোটাব পাৰিব। কিন্তু ঋণ বুলি ভাবিলেই তাৰ মনটো গভীৰ দায়িত্বৰ কথা ভাবি গধুৰ হৈ যায়। ঋণটো সি বহুত লৈছে। আৰু আজিলৈকে সি ক'তো ঋণ ঘূৰাই দিব পৰা নাই। ফলত তাৰ মাটিবোৰ এডৰা এডৰাকৈ মহাজনৰ হাতলৈ গৈ আছে, গৈ আছে আৰু সদায় গৈয়েই থাকিব। বেমাৰ কিয় হয়? খেতি কৰাৰ সময়ত তাৰ মাটি যি ছুডৰা আছে বানপানীয়ে তাকে কিয় ডুবাই থয়? পিত্ত.বেমাৰটো তাৰ ঘৈণীয়েকৰহে হব পায়নে? নিজৰো বাত বিষটো কামৰ সময়তহে উক দিব লাগেনে? ঘৈণীয়েকৰ বেমাৰটো আজিও উক দিয়া কথা সি ঘৰতে গম পাই আহিছে। এবাৰ নগৰৰ হস্পিতালত দেখুৱাওঁতে ডাক্তৰণী আইদেৱে খচখচকৈ এখন কাগজত লিখি দি কৈছিল— এই কেইটা দৰব দোকানৰ পৰা কিনি লৈ যাবা। লিখি দিয়াৰ মতে খাবা, অমুক অমুক নাখাবা। অমুক অমুক খাবা। কাগজখন হাতত লৈ ঘৈণীয়েকে ৰামদয়ালৰ চকুলৈ অসহায় দৃষ্টিৰে চাইছিল আৰু ওৰণি টানি ৰামদয়ালৰ পিচে পিচে হস্পিতালৰ পৰা ওলাই আহিছিল। ছুখীয়া দদায়েকৰ পৰা ধাৰলৈ লৈ যোৱা টকা দহটা হাতৰ মুঠিত লৈ ৰামদয়াল দৰবৰ দোকানলৈ সোমাই গৈছিল। দোকানীয়ে উলিয়াই

# ত্রি কো ণী

ঠিক কেইঘণ্টামানৰ আগতে যিটো ৰাতি কোনোদিনে আৰু দুপুৱাওক বুলি ভগৱানক খাটিছিল সেইটো ৰাতি যে পুওৱাৰ পিচত পৃথিৱীখন ইমান মিঠা, ইমান মধুৰ লগা হ'ব তাকতো ভবা নাছিল মাধবীয়ে ।

নাদৰ পাৰত ডাঙৰ পীৰা এখনত এসোপা কাপোৰ তিয়াই লৈ মাধবীয়ে চাবোন ঘঁহিছিল । পানী বৈ যোৱা নলাটোত কেইটামান হাঁহে পানীত টুকটুকাই চৰি আছিল। ৰাতিপুৱাই চোতালখনৰ এটা মূৰত পঘাৰে বান্ধি থোৱা বগা হালোৱা গৰুটোৱে ধানখেৰ পাগুলি একান্তমনেৰে কিবা ভাবিছিল। পীৰাখনৰ কাষেদি বৈ যোৱা চাবোনফেনবোৰত কাউৰী কেইটামানে বাৰে বাৰে আহি উৰি পৰিছিলহি। তাকে খেদাই মাধবীয়ে এবাৰ মূৰ দাঙি দূৰলৈ চালে—দেখিলে আঠমহীয়া কেঁচুৱাটোক কোলাত নচুৱাই নচুৱাই মোহনে ৰ'দ লৈছে চোতালত বহি । মাধবীয়ে দেখিলে মোহনৰ মনত কোনো বিদ্বেষৰ চিন নাই। এখন পবিত্ৰ মুখ, এখন পবিত্ৰ অন্তৰ । কিন্তু তাই কিয় ইমান নিষ্ঠুৰ হব খুজিছিল । এইজন মানুহকে তাই ভাল পোৱাৰ কাৰণেইতো বহুতো গাৱঁৰ ডেকাৰ হিংসাৰ পাত্ৰী তাই হ'ব লগা হৈছিল। মাধবীৰ মনত পৰিছিল

নিজৰ ঘৰখনলৈ নিজৰ গাওঁখনলৈ—এয়া যেন সেইখন গাওঁ তাই কালিহে এৰি আহিছে অথচ তাইৰ বিয়া হোৱা আজি দুবছৰ হৈ গ'ল। এটা কেছুৱাৰ মাক হল মাধবী।

তাইৰ মনত পৰে সিহঁতৰ পথাৰখন। এজাক চঞ্চলা গাভৰুৰ লগত আঘোণ মাহত তাই যেতিয়া ধান দাবলৈ গৈছিল তেতিয়া সেইখন মুখত কেৱল ফুটি উঠিছিল লখিমী চপোৱাৰে ভাব। তাইৰ লগৰ জেউতী-কদমীহঁতে যেতিয়া কোনোবা ডেকাক দেখি হাঁহি হাঁহি পথাৰত পৰি যাব খুজিছিল, তেতিয়া মাধবীয়ে একান্ত মনেৰে কাচি বুলাই গৈছিল ধানগছত। জেউতীয়ে কৈছিল—"মাধবীয়েনো কেতিয়া হাঁহিম বুলি ভাবিছ ? এতিয়াই যদি অকণ হাঁহি, অকণ আনন্দ কৰি নলৱ এটালৈ উলিয়াই দিলে কেছুৱাকে চাবিনে হাঁহিবিয়েই ? মাধবীয়ে মাথোন এবাৰ হাঁহিছিল। তাই ভাবিছিল—তাই মাত্ৰ এজন মানুহ জীৱনত ভাল পাব যিজনক তাই চিৰদিনৰ বাবে নিজৰ বুলি জানিব। বহুত ছোৱালীয়ে বহুতৰ পৰা কপৌফুল পিন্ধি, বহুতক ফুলাম গামোচা দি অৱশেষত এজন অচিনাকি ডেকাতে বিয়া সোমাই অন্য এঠাইলৈ গুচি যোৱা দেখিছিল। তেন্তে এই মৰমবোৰ এই ভালপোৱাবোৰ কলৈ গ'ল— ইমান দিন ভাল পাই ইমান দিন নিজৰ বুলি ভাবি থকা মানুহজনক ত্যাগ কৰি দেউতাকে বাচিদিয়া দৰাটোকে যদি বৰিব লগা হ'ল ? এইবিলাক ভাবিয়ে মাধবী হৈ পৰিছিল গম্ভীৰ—ভীষণ গম্ভীৰ। চিৰ-দিনৰ বাবে নিজৰ বুলি ভৱিষ্যতে যিটো মানুহক লব সেইটো মানুহক কিছুমান পুৰণি আওপুৰণি মৰম দি ঠগাৰ কথা কোনোদিনে ভবা নাছিল মাধবীয়ে। আৰু সেইকাৰণে ওঠৰ বছৰ বয়সলৈকে মাত্ৰ এজন মানুহৰ আপেক্ষাতে বৈ আছিল মাধবী। জীৱনৰ ওঠৰটা বসন্ত পাৰ হৈ যোৱাৰ পিচত সিহঁতৰ গাৱঁৰে গাওঁবুঢ়াই তাইৰ দেউতাকক তাইক মোহনৰ সন্ধান দিছিল। মাধবীৰ মনত আছে দুবছৰৰ আগতে আহি যোৱা বহাগৰ বিহুটোত সিহঁতৰ ঘৰলৈ

সিদিনা গাওঁবুঢ়া আহিছিল। ৰাতিপুৱা ঘৰচুৱাৰ মচি তাই দিখৌত গা-ধুবলৈ গৈছিল কদমীহঁতৰ লগত। গা পা ধুই মাধবীয়ে যেতিয়া গাওঁবুঢ়া আৰু দেউতাকক চাহ তামোলৰ যোগান ধৰিছিল তেতিয়া তাই দেখিছিল গাওঁবুঢ়াই বেলেগ ধৰণে তাইলৈ লক্ষ্য কৰিছে। তাই যিটো সন্দেহ কৰিছিল সেই-টোৱে হল। অকণমান পিচতে তাই বেৰখনৰ সিপাৰৰ পৰা গাওঁবুঢ়াই দেউতাকক কোৱা শুনিছিল—মই চাৰিঙৰ বাইদেউলৈ আজিয়ে লিখিম। মোহনৰ লগত মাধবী বেছ মিলিব। বাইদেৱে তেওঁৰ ল'ৰাৰ বাবে মই পচন্দ কৰা ছোৱালীকে বিয়া কৰাব বোলে। কথা কৈ কৈ বুঢ়াই ঢেক-ঢেককৈ হাঁহিছিল। দেউতাকে তাৰ উত্তৰত কৈছিল "সোনকালে হলেই হয়। জানেই নহয় গাভৰু ছোৱালী ঘৰত ৰাখি থোৱা কিমান বিপদ।" মাধবীৰ দেউতাকৰ কথাত খং উঠিছিল—ইমান দিনে মাতৃহীনা ছোৱালীজনীয়ে দেউতাকৰ ইমান ঘনিষ্ঠতাৰ মাজত থকাৰ পিচতো মাধবীক চিনিব নোৱাৰাৰ বাবে। ঠিক সেই বছৰতে মাধবীৰে মোহনৰে বিয়া হৈ গৈছিল। মাধবীয়ে তাইৰ জীৱনৰ তাইৰ অতি আপোন মানুহজনক লগ পালে। কেইপুৰামান মাটি, এগৰাকী মাক আৰু এটা মাত্র সৰু ভায়েকৰ বাদে মোহনৰ ঘৰখনত আৰু কোনো নাই। এখন সুখৰ, এখন অতি মধুৰ সংসাৰ। কিন্তু এই মধুৰ সংসাৰখন এদিন মাধবীৰ বাবে বিহ যেন লগা হল।

এদিন মোহনে মাধবীক কৈছিল—"এজনী ম'হ আনিলে কেনে হয়?" এয়া মাত্র কৰিব লাগে বাবে কৰা এটা প্রশ্ন—তাৰ উত্তৰ যে মাধবীয়ে দিব নালাগিব সেইটো মাধবীয়ে জানে। মোহনে যি কৈছিল সেইটোৱেই মাধবীৰ বাবে আছিল দৈৱবাণী। কোনোদিনে মাধবীয়ে মোহনৰ কোনো কথাতে নহয় বা নালাগে বুলি কোৱা মনত নপৰে। সিদিনাখনো মাধবীয়ে ওঁ বুলি কৈছিল, বাৰকুৰি টকাৰে এদিন মোহনে ওচৰৰ কোনোবা এখন গাওঁৰ পৰা কাঞ্চনক কিনি আনি সিহঁতৰ ঘৰ গচকালেহি। বেকা শিঙ, নোদোকা

ভৰিৰে কাঞ্চনক দেখি মৰমতে সিদিনা মাধবীয়ে কাঞ্চনৰ গাত হাত ফুৰাই দিছিল আৰু ওচৰতে মোহনে থিয় হৈ কাঞ্চনৰ গলধনত হাত ফুৰাই ফুৰাই দি তাইক পৰীক্ষা কৰিছিল—কেইবছৰ বয়স বাৰু এইৰ হ'ল? ঠিক তাৰ অলপ পিচতে মাধবীয়ে তাইৰ মুখখন মোহনৰ একেবাৰে কাণৰ ওচৰলৈ নি ফুচফুচাই কলে— এইক বৰকৈ এৰি নিদিবা। "কথা শুনি মোহনে প্ৰশ্নবোধক চাৱনিৰে মাধবীলৈ চালে। তাৰ উত্তৰ মাধবীয়ে চকুৰে দিছিল। "মাধবীও মাক হ'ব কাঞ্চনো মাক হ'ব" ভাবি ভাবি মোহনে আনন্দতে পুখুৰীটোত জাপ মাৰি দিছিল। তাৰ পিচত সি উঠি আহিছিল পুখুৰীটোৰ পৰা। এইবাৰ আহি মোহনে আকৌ কাঞ্চনৰ গোটেই শৰীৰটো ভালকৈ পৰীক্ষা কৰিলে। গাত লাগি থকা ভৰা জাবৰ কিছুমান দেখি হাতেৰে মোহাৰি এৰুৱাই দিলে আৰু ভিতৰত ভাত ৰান্ধি থকা মাধবীক এমুঠি নিমখ খুজি হাতত লৈ কাঞ্চনক খুৱাই দিলে। ইয়াৰ পিচত মাধবীয়ে পাকঘৰৰ বিন্ধাইদি জুমি চালে মোহনে কি কৰিছেনো? তাই দেখিছিল মোহনে তাৰ মুখখন কাঞ্চনৰ একেবাৰে মুখখনৰ ওচৰত লগাই তাইৰ মুৰত হাতবুলাই দিছে। হঠাৎ কিবা লাগি গল মাধবীৰ। কিবা ভাবি মাধবীয়ে ভিতৰত কাঁহী-বাটিবোৰ ঘটং কৰি মাটিত থৈ মোহনৰ মন আকৰ্ষণ কৰিলে। মোহন ভিতৰলৈ সোমাই গ'ল ভাত খাবলৈ। ভাত খাওঁতেও মোহনৰ মুখত কেৱল কাঞ্চনৰ কথা। ৰাস্তাত কেনেকৈ অকণো আমনি নকৰাকৈ তাৰ লগে লগে কাঞ্চন আহি আছিল— তাৰ বৰ্ণনা কৰিলে মোহনে মাধবীৰ আগত। মাধবীয়ে আঞ্জাৰ বাটিটোত আঞ্জা অলপ হেতাখনেৰে ঢালি কিবা এটা কৈ অন্য কথা উলিয়াইছিল। দিনবোৰ যিমানে পুৰণি হৈ গৈছিল সিমানে মাধবীয়ে দেখিছিল মোহন কাঞ্চনক লৈয়ে ব্যস্ত। কোনখন চাপৰিত ভাল ঘাঁহ পোৱা যাব তাৰে চিন্তা কৰি মোহনে ৰাতিপুৱাই কাচিখন লৈ ওলাই গৈছিল ঘাঁহ কাটিবলৈ। মাধবীৰ অসহ্য

লাগিছিল। দিনটো কামবন কৰি উঠাৰ পিচত ৰাতি মাধবীয়ে যেতিয়া মোহনক নিবিড়ভাৱে লগ পাবৰ বাবে শোৱনি কোঠাত বৈ আছিল তেতিয়া কাঞ্চনক যাতে মহে খাব নোৱাৰে তাৰে প্ৰতিৰক্ষাৰ বাবে মোহনে ধানখেৰৰ জুমুঠিত জুই জ্বলাই ধোঁৱাৰে ধুৱঁলি-কুঁৱলী কৰি দিছিল কাঞ্চনৰ চালিখন। বিচনাত শুই শুই মাধবীৰ চকু মুদ খাই গৈছিল আৰু ৰাতিপুৱা সাৰ পাই যেতিয়া তাই তাইৰ কাষৰ ঠাইডোখৰ চাইছিল তেতিয়া তাই দেখিছিল মোহন কাষত নাই। মোহন ইতিমধ্যে কাঞ্চনৰ কাষত থিয় হৈ বৈ আছিল। মাধবীয়ে নেদেখা ভাও ধৰি লৰালৰিকৈ বাহি বনখিনি কৰি অঁটাই পুখুৰীৰ পাৰ পাইছিলগৈ।

হঠাৎ এদিন মাধবীৰ গাটো বেয়া লাগিছিল। কোনোদিন তাইৰ এনেকৈ বেয়া লগা নাছিল। গাৱঁৰ সকলো কামতে সিদ্ধহস্ত বগীবাইক দেৱৰেক মদনৰ হতুৱাই শাহুয়েকে মতাই আনিছিল। কেঁকাই কেঁকাই বিছনাত শুই থকা মাধবীয়ে এবাৰ দুৱাৰৰ ফালে মুৰ কৰি দেখিলে মোহনে থিৰ মনেৰে দুৱাৰ মুখত বৈ মাধবীলৈ চাই আছে। মাধবীয়ে ইফালে মুখ কৰিছিল মোহনক দেখি। তাৰ পিচত মাধবীৰ কি হৈছিল তাইৰ মনত নাই। মাত্ৰ মাজ-ৰাতি হঠাৎ সাৰ পাই তাই দেখিছিল তাইৰ কাষত এটা কপাহৰ দৰে কোমল চম্পাবৰণীয়া কেঁচুৱাই কান্দি উঠিছিল। ওচৰত এখন ভগা কেৰাহীত একুৰা জুই দপ্ দপ্কৈ জ্বলি আছিল আৰু কাষতে টোপনিয়াই টোপনিয়াই বহি আছিল শাহুৱেক আৰু বগীবাই। মাধবীয়ে চকু কেইটা মোহাৰি চাৰিওফালে চালে। মাধবীৰ মনৰ ভাব বুজিব পাৰিয়ে বগীবায়ে শাহুৱেকক সুধিলে— "মোহনটোনো আজি ক'লৈ গ'ল?" "আমাৰ মহজনী দেখোন আজি আবেলিৰ পৰা নাই। তাইক বিচাৰি মোহন গধূলিতে ওলাই গ'ল, অহাই নাই। এৰা তালৈ চিন্তাহে হৈছে এই মাজনিশা"—কথা কৈ কৈ শাহুৱেকে

কিবা এটা চিন্তা কৰিলে। হঠাৎ মাধৱী উচুপি উঠিল। এই এটা মহাদিনতো মোহন ভাইৰ কাষত নাই। চকুৰপানী মচি মচি মাধৱীয়ে এখন হাতেৰে কেঁচুৱাটোৰ গাত হাতখন ফুৰাই কিবা এটা অনুভৱ কৰিলে। মাধৱীয়ে ভাবিলে মোহন ভাইৰ ওচৰৰ পৰা আঁতৰি গৈছে কিয়? আজি কাঞ্চনক বিচাৰি আঁতৰি নোযোৱা হলেওতো আছিল? ধীৰে ধীৰে ৰাতিটো শেষ হৈ আহিছিল আৰু মোহনেও কাঞ্চনক লগত লৈ ঘৰ সোমাইছিলহি। বগীবায়ে হাঁহি হাঁহি তাক পিতৃ হোৱাৰ খবৰটো দি আঁতৰি গৈছিল। দিনবোৰ পাৰ হৈ গৈছিল। মাধৱীৰ কেঁচুৱাটো উবুৰি হৈ বহিব পৰা হৈছিল। তাৰ পিচত চুচৰি চুচৰি মাধৱীৰ কোলাৰ পৰা মোহনৰ কোলালৈ যাব পৰা হ'ল। পথাৰৰ হাঁলবোৱা কাম আৰু বাকীখিনি সময় কাঞ্চনৰ লগত ব্যস্ত থাকি মোহনে অতি কমেই মাধৱীৰ লগত কথা হৈছিল।...

হঠাৎ দুদিনৰ আগত মাধৱীৰ মনত এটা বুদ্ধি খেলালে। কাঞ্চনক হত্যা কৰিব লাগিব। তাৰ বাদে যে আৰু একো উপায় নাই। ধুনীয়া অভিনয় কৰি দেৱৰেক মদনক সিদিনা তাই ধানখোৱা পাচী-খৰাহীবিলাক জোকাৰি জোকাৰি কলে—টাউনৰ পৰা নিগনিমৰা দৰৱ এটা আনি দিব নোৱাৰিব নে সি? টকা পাঁচটা হাতত গুজি দি মাধৱীয়ে সেইদিনা মদনক টাউনলৈ পঠাই দিছিল। মদনে সঁচাকৈ এটা টেমা আনি নবৌয়েকৰ হাতত গুজি দিছিলহি। নীৰবে বাৰীৰ পিচফালে গৈ মাধৱীয়ে কাচিৰে দুডালমান ঘাঁহ কাটি আনিছিল। আৰু সেই ঘাঁহত মাটিবৰণীয়া বিহখিনি হাতেৰে লাহে লাহে সানি দিলে মাধৱীয়ে। ঘাঁহ কেইডাল হাতত লৈ মাধৱীয়ে কাঞ্চনক মাতিলে। কাঞ্চন আহি তাইৰ ওচৰ পাওঁতেই ভিতৰত শুৱাই থোৱা মাধৱীৰ কেঁচুৱাটো চিঞৰি কান্দি উঠে। কিবা ভাবি মাধৱীৰ হাতখন কোঁচ খাই আছিল—এয়া তাই কি কৰিব খুজিছে? নিজে মাতৃ হৈ অন্য এগৰাকী হবলগীয়া মাতৃক ধ্বংস কৰিবলৈ তাই আগবাঢ়ি আহিব পাৰিলে কেনেকৈ? শিথিল হৈ পৰা হাতখনৰ পৰা ঘাঁহ বিলাক এডাল এডাল কৈ সৰি পৰাৰ পিচত মাধৱীয়ে যেতিয়া

উভতি চালে দেখিলে বুকুৰ মাজত কেঁচুৱাটোক সাবটি মোহন ৰৈ আছে— তাইৰ পিছফালে। "আজি মদনক কৈছোঁ কাঞ্চনক নেপালীৰ খুটিতে থৈ আহিবগৈ। পোৱালী দিয়াৰ পিচত লৈ আহিব।" কথা কৈ কৈ মাটিত পৰি থকা বিহৰ টেমাটো মোহনে বুটলি লৈছিল। তাৰ পিচত মদনক মাতিছিল টেমাটো মাটিত পুতি পেলাবৰ কাৰণে। ভীষণ দোষত দোষী হৈ মাধৱী নীৰৱে ৰৈ আছিল চোতালখনৰ ইটো মুৰত। মৰি যোৱাৰ সমান লাজত মাধৱীয়ে নিজকে মোহনৰ পৰা আঁতৰাই ৰাখিলে। তাৰ পিচত তাই ভগৱানক খাটিছিল যেন পৃথিৱীখন ৰাতিৰ ভিতৰতে শেষ হৈ যাওক। ৰাতিপুৱাৰ পিচত মাধৱীয়ে দেখিছিল পৃথিৱীখন যেন বহুত নতুন হৈ গৈছে। মোহন সহজ হৈ পৰিছিল মাধৱীৰ আগত। কিবা এটা পৱিত্ৰ ভাবেৰে মাধৱীৰ মনটো পৰিপূৰ্ণ হৈ উঠিছিল তেতিয়া।.....

অসমবাণী
জানুৱাৰী '৬১

# স ম্রা ট

নগৰৰ প্ৰধান আলিবাটটোৰ পৰা অলপ সোমাই ৰেলৰ দলঙৰ তলেদি সোমাই যোৱা যিটো বাট আছে সেই বাটৰ কাষতে এটা ঘৰ আছে। ঘৰ বহুত আছে, তাৰে মাত্ৰ এটাৰ কথাহে কৈছোঁ। সেইটো ঘৰৰ আগফালৰ বাৰান্দাখনত নীলা আৰু বগা অপৰাজিতাৰ পুষ্প-পত্ৰেৰে আবৰি থকা বাঁহৰ চিলিঙৰ মাজেদি সদায় হেঙুলীয়া ৰ'দে ভুমুকিয়ায়। সেই সময়ছোৱাত ভালকৈ আলিৰ পৰা মন কৰিলে কৃষ্ণানন্দ বৰুৱাক তাত বহি থকা দেখা যায়—গম্ভীৰ আৰু উদাস উদাস মন এটা লৈ। নিসঙ্গতাৰ খালি—খালি লগা মনটো যেতিয়া তেওঁৰ বৰ বেছি ধৰণে অসহ্য হৈ উঠে তেতিয়া তেওঁ মুখেৰে বিৰ-বিৰকৈ বকিবলৈ আৰম্ভ কৰি দিয়ে।

বৃদ্ধ কৃষ্ণানন্দ বৰুৱাই বাৰান্দাখনত আজিও বহিল। প্ৰথমে মনে মনে তাৰ পিচত মুখেৰে বিৰবিৰ শব্দ কৰি। শব্দবোৰ যে খঙৰ সেইটো কথা শব্দবোৰ শুনিলেই ধৰিব পাৰি। ঘৰখনত এই সময়ছোৱাত তেওঁ লগুৱাটোৰ বাদে আন কাৰোৱে মুখ দেখিবলৈ নাপায়। খঙৰ কাৰণ এটা এইটোও। কামৰ পৰা অবসৰ লোৱা তেওঁৰ বছৰ হিচাপে চাৰি বছৰ হ'বৰ হল। এই চাৰি বছৰ যে তেওঁ কেনেকৈ পাৰ কৰি দিছে তেওঁ নিজেহে জানে। বৰুৱাৰ মনৰ কথাও কোনেও বুজিব নুখুজে আৰু আদেশো বৰুৱাৰ ঘৰৰ

কোনেও শুনিব খুখুজে। এনেয়ে নহলেও কৃষ্ণানন্দ বৰুৱাৰ পুতেক-হঁতৰ কাৰ্য্যত ইয়াকে ধৰিব পাৰি। এই খণ্ডতে কৃষ্ণানন্দ বৰুৱাৰ মন মুঠেই ভাল নাই। পত্নী জীয়াই থকা হলে জীয়াই থাকোতে সচৰাচৰ শান্তনা দিয়াৰ দৰে এতিয়াও হয়তো কলেহেঁতেন: জনাবুজা হলে ইহঁতে নিজৰ দায়িত্ব নিজে বুজি উঠিব নহয়, আপুনিনো কেলৈ ইমান চিন্তা কৰিছে ?

: অ' বুজিছোঁ নহয়, মই গালি পাৰিলেও তুমি ভাত মাত মাতি সিহঁতৰ মুখটোহঁত খাইছা। বাৰু মই জীয়াই আছোঁ বাবে সিহঁতে খাই লৈ আছে আৰু মই মৰিলে কি হ'ব ইহঁতৰ চাবা।

: হৈছে, হৈছে, অনবৰত অফিচৰ কামতে ব্যস্ত থাকিব আৰু এদিন ঘৰত থাকি নিজে মৰাৰ কথা কব। মোক ভগৱানে আগতে মাৰি নিলেই হয়। চকুকেইটা চলচলীয়া কৰি বৰুৱানীয়ে তেতিয়া তেওঁৰ কাষৰ পৰা আঁতৰি গৈছিল।

ভগবানে সঁচাকৈ পত্নীৰ কথাকে শুনিলে। কৃষ্ণানন্দ বৰুৱাৰ আজি মৃতা পত্নীৰ কথাও মনলৈ আহিছে। ৰঙাপৰি থকা গাল ছুখনেৰে স্থূলাদেহৰ তেওঁৰ পত্নী সঁচাই মৰমিয়াল আছিল। জীৱনত এদিনো পত্নীৰ মুখত কাৰোবাক খং কৰি কিবা শিকোৱাৰ কথা তেওঁৰ মনত নপৰিল। ডাঙৰ পুতেকে বিয়া কৰাই অনাৰ পিচত বোৱাৰীয়েকৰ ওঁঠত বেছি ৰকমে ঘঁহা লিপষ্টিকৰ ৰং দেখি ওচৰৰ পেটত কথা নথকা গোসাঁনীয়ে যেতিয়া তেওঁক কৈছিল: হেৰি নহয়, বৰুৱানী, আপোনাৰ বোৱাৰীৰ দেখিছো ওঁঠত ৰং ঘঁহাৰ প্ৰকোপটো এখোপ চ'ৰা ?

: এই সৰু ছোৱালী, পিচত নিজেই বুজিব নহয় ? সঁচাকৈ কৃষ্ণানন্দ বৰুৱাই এমাহমানৰ পিচত দেখিছিল বোৱাৰীৰ ওঁঠৰ ৰং কমি গৈ গৈ শেষত নাইকিয়া হ'লগৈ। একো কামকে ভালকৈ কৰিব নজনা বোৱাৰীক হাতত ধৰি ধৰি কামবোৰ শিকাই লৈছিল পত্নীয়ে। চাকৰ বাকৰৰ ওপৰত থকা মানুহৰ জীয়েক—কাম-বন

নকৰে বাবে নাজানে। আচলতে কাম-বন কৰিলেই শিকিব পাৰি। কিছুদিন একেলগে থকাৰ পিচত পুতেকে বোৱাৰীক চাকৰি কৰা ঠাই ডিবুৰুলৈ লৈ গ'ল, আৰু এদিন পুতেক বোৱাৰীয়েকৰ সংসাৰখন বৰুৱানীয়ে চাই আহি কৃষ্ণানন্দ বৰুৱাক কলেহি : দেখিলে—দায়িত্ব আহিলেই মানুহে সকলো কাম নিয়াৰিকৈ কৰি যাব পাৰে। বোৱাৰীয়ে দেখোন প্ৰথমে চাহকাপকে কৰিব নোৱাৰিছিল কিন্তু এতিয়া দেখিছোঁ আলহীক আলধৰাৰ পৰা কেঁচুৱালৈকে সকলোৰে আউল মাৰিব পৰা হৈ গ'ল। সেই কাৰণেতো মই আপোনাক ইমান চিন্তা কৰি থাকিবলৈ মানা কৰোঁ।

চিলিঙত ভুলি থকা নীলা আৰু বগা দুপাহ অপৰাজিতা ফুলত চকু থৈ কৃষ্ণানন্দ বৰুৱাই পত্নীৰ মুখখন মনত পেলালে।

: এই যদু, কফি কাপ দিবলৈ কেইবাৰ কৈ থাকিব লাগে অ'। কৃষ্ণানন্দ বৰুৱা উচাপ খাই উঠিল— ঘৰখনত ইমান পৰে কেৱল লগুৱা যদু আছিল বুলিহে তেওঁ ভাবি আছিল। কিন্তু সেইয়া তেওঁৰ দ্বিতীয় পুত্ৰ সুমনৰ মাত। য'ৰ পৰা মাতটো আহিছে সেইটো সুমনৰ কোঠা। ইমানপৰে কোঠাটোত এটা নিস্তব্ধতাই বিৰাজ কৰিছিল আৰু সেইবাবে তাত তেওঁ সুমন নাই বুলিয়েই ভাবি আছিল। ই সুমন হ'ল বেলেগ ধৰণৰ। দিনটো কিতাপৰ মাজত সোমাই সোমাই ৰাতি ডেৰটালৈকে লাইট জ্বলাই কি কৰি থাকে সিহে জানে। সৰু জীয়েক পুৰবীয়ে প্ৰায়ে ককায়েক সুমনৰ গুণ বখানে দেউতাকৰ আগত। তেতিয়া বৰুৱাই পুৰবীক কয় : এইবোৰ লিখি থাকিলে তাৰ পেট ভৰিব ? এই কেইদিন বাৰু মই ঘটি থোৱা আৰ্জ্জন খিনিৰ ওপৰতে নিৰ্ভৰ কৰিছে— পিচত কি কৰিব ? আৰু সিদিনাযে মোৰ পৰা কিবা কোট এটা কৰোৱাৰ কথা কৈ টকাখিনি নিছিল তাৰে সি কোট ললে জানো ?

: সুমনে ভাল কিছুমান কিতাপ পাই কিনি লৈ আহিলে। পুৰবীয়ে সুমনক সদাই নাম কাঢ়িয়েই মাতে। আৰু তাইও কম

নহয়, সদাই সুমনক দেউতাকৰ খঙৰ পৰা ৰক্ষা কৰিবলৈ যি কিতা-পেই নিকিনক লাগে—পুৰবীয়ে ভাল কিতাপ বুলিয়েই ক'ব। লাগিলে তাই কিতাপ কেইখনৰ নামেই নাজানক।

সুমনে দুৱাৰ খুলি দিয়াৰ শব্দ কৃষ্ণানন্দ বৰুৱাৰ কাণত সোমালহি। যদুৱে সন্তৰ্প কফিকাপ নি দিছেগৈ। অকন পিচতে যদুয়ে আহি বৰুৱাকো সৰু টিপয়খনত একাপ কফি দি লাহেকৈ কৈ থৈ গ'ল: দেউতা একাপ কফি দিছিলোঁ।

: ওঁ, থ, যা। যদু আঁতৰি যোৱাৰ পিচত কলে: কফি কাপ দি থৈ গলে কি হ'ব? আচল মৰমবোৰেই মোৰ পৰা আঁতৰি গৈছে। মই মুঠতে এতিয়া মুকুটহীন সম্রাট। মোৰ প্ৰয়োজন আৰু হেৰাই গৈছে। সঁচাকৈ হেৰাই গৈছে বৰুৱাৰ মহত্ব এইঘৰখনৰ পৰা। কোনেও বুজিব খুখুজে তেওঁৰ মনটোক। কোনেও শুনিব খুখুজে তেওঁৰ আদেশ। ডাঙৰটো পুতেকে মাত্ৰ মাহে মাহে টকা কেই-টাহে “মণিঅৰ্ডাৰ” কৰিবলৈ নাপাহৰে। সুমনতো সুমনেই। আই, এচ, চি, পাছ কৰাৰ পিচত পঢ়িবলৈ কৈছিল ইঞ্জিনীয়াৰিং, নপঢ়ি পঢ়িলে বি, এ। পাছ কৰাৰ পিচত ওকালতি পঢ়িবলৈ কোৱাত একো নামাতি মনে মনে বহি থাকিল। এদিন কৃষ্ণানন্দ বৰুৱাৰ বন্ধু চাহ-খেতিয়ক স্বৰূপ শৰ্ম্মাৰ বাগিছা এখনৰ এচিষ্টেণ্ট মেনেজাৰৰ কাম এটা খালি হোৱাত তাৰ কথা বন্ধুৰ আগত কোৱাত তেওঁ সুমনক মতাই পঠাইছিল। তেওঁৰ পুতেকক যে কামটো দিব বন্ধু স্বৰূপে তেওঁক কথা দিছিল। দেউতাকে কোৱা কথা পেলাব নোৱাৰিয়েই সুমনে এদিন চাইকেলখন লৈ স্বৰূপ শৰ্ম্মাৰ বাগিছা পাইছিলগৈ। সেই কেইদিন স্বৰূপ শৰ্ম্মাই যোৰহাটত নাথাকি অস্থায়ীকৈ বাগিছাতে আছিল। তেওঁ থকা বাংলাটোতে সুমন থাকিব লাগিব। সুমনক কাম চমজাই দিয়ে তেওঁ যোৰহাটলৈ যাবগৈ। বাগিছাৰ প্ৰাকৃতিক দৃশ্যই সুমনক বিভোৰ কৰি তুলিছিল। দূৰৈত পাহাৰ, ৰঙা ৰঙা কৃষ্ণচূড়া, কুলি কেতেকীৰ মধুৰ কূজন

সবল সুঠাম বাহুৰে কৰ্ম্মঠ যুবক, ডাঙৰ ডাঙৰ আয়ত চকুৰে বন্দুৱা যুৱতী আৰু দিগন্তত বিলীন হোৱা চাহগছৰ সেউজ শাৰী।

: সিপাৰে সৌখন মিৰি গাওঁ। বন্দুৱা তিৰোতাজনীয়ে কাপোৰ খচোঁতে হোৱা শব্দই গাওঁখনত ঠেকা খাই আহি সুমনৰ কাণত পৰিছিলহি। এজাক গঙ্গাচিলনী ধপ্ ধপ্ শব্দ কৰি বালিচৰত পৰি পুনৰ উৰি গ'ল দূৰলৈ। সুমনৰ মনটো বৰ মুকলি লাগিল। ঘৰলৈ ঘূৰি আহি সুমনে দেউতাকৰ আগত কাম কৰিবলৈ যোৱাৰ কথা কলে। কিন্তু পিছদিনা দ্বিতীয়বাৰৰ বাবে গৈ ঘূৰি আহি কলেহি: আচলতে প্ৰথম চকুত বাগিছাখন খুব ভাল লাগে। ভালকৈ চালেহে তাৰ আচল ৰূপটো ধৰিব পাৰি। স্বৰূপ শৰ্ম্মাই দিয়া আদেশবোৰ মোৰ পালন কৰিবলৈ কষ্ট হ'ব বাবে বাগিছালৈ নোযোৱা সিদ্ধান্তই কৰি পেলালোঁ দেউতা। দেউতাকৰ মুখত যেন সুমনে হাতুৰীৰে কোব বহুৱাই দিলে। দেউতাকে মুখেৰে একো নামাতি মনতে ভাবিলে: মোৰ কথা তহঁতে সুশুন বুলি মই জানো। মই তহঁতক আদেশ দিয়াই ভুল। ইয়াৰ কিছুদিনৰ পিচত সুমনে ওচৰৰ স্কুলখনত এটা চাকৰী যোগাৰ কৰি লৈছিল।

কৃষ্ণানন্দ বৰুৱাই দেখিলে আলিৰ লাইটবোৰ উজ্জ্বল হৈ জ্বলি উঠিছে। পুৰবী এতিয়াও বান্ধবীৰ ঘৰৰ পৰা আহি নাপালেহি। তাই ডাঙৰ হৈ অহা ছোৱালীজনীয়ে ফুৰি আহি দিনতে ঘৰ সোমালেহি নহয় জানো? এই গধূলিলৈকে ঘূৰি ফুৰা দেখিলে মানুহে কিয়েই বা নক'ব! আৰু কেতিয়াবা ফুৰি অহাৰ পিচত 'দেৰি কৰিলি' বুলি সুধিলে ক'ব: দেউতাই খালি মোক গালিহে পাৰি থাকিব। তাৰ পিচত কথা নাই বতৰা নাই কান্দিবলৈ লাগি যাব। ভাত পানী নোখোৱাকৈ বিচনাত শুই থাকিবগৈ। সুমনৰ তলৰ অৰ্থাৎ কৃষ্ণানন্দ বৰুৱাৰ তৃতীয় পুত্ৰ বৰুণটো থিয়েটাৰ থিয়েটাৰ বুলিয়ে পগলা। কলেজৰ পঢ়াবোৰ কেতিয়া পঢ়ে সিহে জানে। কৃষ্টি সংঘ নামৰ অনুস্থানটোৰ সি বোলে সম্পাদক। এইবোৰত

লাগি থাকোতেই সি ভায়েক বৰুণতকৈ এবছৰ পিছ পৰি গ'ল পঢ়াত। বৰুণৰ মুখখনো মিঠা। আৰু সেইবাবেই বৰুণ নহলে অনুষ্ঠানৰ বহুত কাম সমাধা হোৱাত কষ্ট হয়। কালচাৰেল শ্ব', পূজাত পতা থিয়েটাৰ আদিৰ টিকেট বেচোতে যিটো জাকত বৰুণ থাকিব সেইটো জাকেই দুঘণ্টা মানৰ ভিতৰতে টিকেট মানুহৰ ঘৰত বেচি শেষ কৰি ঘূৰি আহিব পাৰে।

কিন্তু কৃষ্ণানন্দ বৰুৱা মানুহজন কিছু প্ৰেক্টিকেল ধৰণৰ— এইবোৰ শিল্প, কবিতা বুলি মৰিব খোজা মানুহবোৰক তেওঁ সমুলি ভাল নাপায়। কেৱল খবৰ কাগজখন দৈনিক পঢ়িয়েই ক্ষান্ত থকা মানুহ কৃষ্ণানন্দ বৰুৱা। কিন্তু পুতেকহঁত হ'ল তাৰ সম্পূৰ্ণ বিপৰীত। থিয়েটাৰ চাবলৈ নাযায় কৃষ্ণানন্দ বৰুৱা। পিছে এদিন তেওঁৰ পত্নী জীয়াই থাকোতে বৰুণহঁতে কৰা থিয়েটাৰ চাবলৈ তেওঁ গৈছিল— পত্নীৰ অনুৰোধ ৰক্ষা কৰিবলৈ। শেষত থিয়েটাৰ শেষ নহওঁতেই উঠি গুচি আহিল। এবাৰ বৰুণে ভৰিৰ ওপৰত ভৰি তুলি চিগাৰেট খোৱা দৃশ্যটোৱে বাৰুকৈয়ে তেওঁৰ খং তুলিলে—আধাচোৱাকৈয়ে তেওঁ উঠি আহিল। লগতে পত্নীও। বৰুৱাই পত্নীক কলে

: ইহঁতে মান-সন্মান বোলা কথাটোও পাহৰি গৈছে।

: আপুনিনো কেলৈ খং কৰিছে? থিয়েটাৰত সেইটো আছে বাবেহে কৰিছে সি।

: থৈ দিয়া—খাই দেখুৱালেহে চিগাৰেট খোৱাৰ কথাটো মানুহক দেখুওৱা হয় নেকি? সি জেপৰ পৰা পেকেটটো উলিয়াই কিবা এটা ভাবি পুনৰ ভৰাই থৈ দিলেই দেখোন হৈ যায়।

পত্নীয়ে লগ আৰু কোনো দিনেই ধৰা নাছিল।

এইবাৰ কৃষ্ণানন্দ বৰুৱাই দীঘলীয়া পদূলিটোত দেখিলে এডোখৰ ফুলিঙ্গই নাচি নাচি ঘৰৰফালে আহি আছে। ওচৰ পালত দেখিলে সেইটো কৰুণ—তেওঁৰ চতুৰ্থ পুত্ৰ। ফ'ৰ্থ ইয়েৰত

পঢ়ে, কালিলৈৰপৰা ভাৰ কিবা এটা পৰীক্ষা আছে আৰু সি আজি চিগাৰেট খাই খাই তহল দি ঘৰ সোমাইছেহি। ৰুৰুণে হঠাৎ বাৰান্দাত দেউতাকক বহি থকা দেখি চিগাৰেটটো মাটিত পেলাই ভৰিৰে গছকি ধৰিলে।

: ৰুৰুণ নেকি ?

: হয় দেউতা।

: ক'ত আছিলি ? বৰুৱাই মাতটো কঠোৰকৈ উলিয়ালে— কালিলৈৰপৰা তোৰ পৰীক্ষা নাই জানো ?

: আছে। অকনমান ফুৰি আহিলোঁ। কথা কৈ কৈয়ে ৰুৰুণ ভিতৰলৈ সোমাই গ'ল আৰু যাওঁতে আন্ধাৰ হৈ থকা কোঠাকেইটাৰ লাইটবোৰ জ্বলাই থৈ গ'ল। বৰুৱাই মনে মনে ভাবিলে : জানো নহয় মই, ইহঁতে মই নাথাকিলেই ভাল পাব। এদিনো যদি মোৰ কথা শুনিলেহেঁতেন ইহঁতে !

অসময়তে বিচনাখনত দীঘল দি পৰি যদুক মাতিলে আৰু কলে তেওঁৰ ভাত সিহঁত কেইটাৰ লগত নিদি যেন কোঠাতে দি থৈ যায়হি। যদুৱে ভাল বাৰু বুলি আঁতৰি গ'ল। যদুৱে যেতিয়া নিৰ্দ্দিষ্ট সময়ত ভাত দি থৈ গ'লহি তেতিয়া কেইবাবাৰো দুৱাৰখনৰ ফাললৈ তেওঁৰ চকু বাৰে বাৰে গৈছিল। কোনোবা আহি যেন সোধকহি : দেউতা আপুনি আমাৰ লগত একেলগে নাখাই কিয় ইয়াত খাইছে বুলি। কিন্তু নাই নাহিল, কোনো নাহিল। কিবা অসুখ কৰিছে নেকি সেইষাৰ কথা সুধিবলৈকো— কোনো নাহিল। পিছত ভাত-পানী খাই উঠি বিচনাত শুই চিলমিল কৈ টোপনি আহোঁতেই কপালত কাৰোবাৰ হাতৰ পৰশ পাই তেওঁ সাৰ পাই উঠিল। হাতখনৰ ওপৰত নিজৰ হাত থৈ গম পালে সেইখন তেওঁৰ জীয়েক পুৰবীৰ হাত।

: দেউতা।

: কি হ'ল ?

: আপুনি আজি আমাৰে সৈতে ভাত নাখালে নহয়—গা ভাল নাই নেকি চাবলৈ আহিছোঁ।

: যা, মোৰ ভালেই। পুৰবী আঁতৰি যোৱাৰ পিচত কলে: বৰ সোনকালে আহিবলৈ মনত পৰিল! তেওঁ বিচনাৰ পৰা উঠি গৈ নিজৰ কোঠাৰ দুৱাৰখন বন্ধ কৰি থৈ আহিলগৈ। কিছুমান নাহিবলগীয়া ভাবনাই আহি তেওঁৰ মুৰটো গৰম কৰি তুলিলে। নিজৰ পুতেক জীয়েক কেইটাৰ প্ৰতি এক অসহনীয় বিতৃষ্ণাই তেওঁৰ মনটো আবৰি ধৰিলে। হয়, তেওঁৰ কথা আৰু কোনেও শুনিব নুখোজে এইখন ঘৰত। ডিবুৰুত থকা পুতেক বোৱাৰীয়েক-হঁতে বাৰু মোৰ কথা নুশুনে নাই; কিন্তু যোৱা দেওবাৰে হৈ যোৱা মাকৰ বছৰেকীয়া শ্ৰাদ্ধটোলৈতো আহিব পাৰিলেহেঁতেন! কিন্তু নাহিল। পুৰবীৰ ওপৰৰ জীয়েক সুৰভিয়ে কাকো নজনোৱাকৈ আনকি তেওঁৰো এষাৰ পৰামৰ্শ নোলোৱাকৈ সেই মাদ্ৰাজীটোৰ লগত কৰ্টত বিয়া পাতিলেগৈ। বিয়া কৰাব খুজিছ কৰা— মোৰ আদেশ লৈ কৰা,—মই কিবা নকৰাবলৈ কওঁনে? মোৰ পৰা এটা উপদেশো তই লব নাপাৰনে? মোক কোৱা হ'লে মইতো তোৰ কথা নুশুনাকৈ নাথাকোঁ। সৰুৰ পৰা ডাঙৰ কৰিলোঁ, কোনোবা এদিন জানো তোৰ ইচ্ছাত মই বাধা দিছিলোঁ? বিয়া কৰালে কৰালে—তাৰ পিচত আৰু এদিনো তাইৰ দেখা সাক্ষাৎ নাই। বুঢ়া বাপেকটো মৰিলোনে আছো তাৰো খবৰ নাই। বেজাৰত বৰুৱাৰ চকুপানী দুসোঁতা—গালেদি বৈ গৈ গাৰুত পৰিছিলগৈ। জানিছোঁ, মোৰ প্ৰয়োজন এইখন ঘৰত দিনে দিনে শেষ হৈ আহিছে। বোৱাৰীজনীৰ ছোৱালীজনীৰ ডেৰ বছৰ হ'ল। সৰু হৈ থাকোতেই যি দেখা তাৰ পিচত আৰু দেখা নাই। এদিনতো আহি চাই মোৰ এটা খবৰ লৈ যাবহি পাৰে। মই বুঢ়া হৈ আহিছোঁ বৰকৈ। ইঠাইৰ পৰা সিঠাইলৈ এই বুঢ়া বয়সত যোৱাটো কিমান কষ্টকৰ সেইটো ইহঁতে ভাবি চাব নুখুজে। সুৰভিজনীতো আগতে এনে

নাছিল। পুৰবীয়ে কান নিদিয়া বহুত কথাত সুৰভিয়ে কান দিছিল। মাদ্রাজৰ পৰা সুৰভিয়ে কেতিয়াবা ভনীয়েক পুৰবীলৈ চিঠি দিয়ে, কিন্তু অহাৰ কথা তাই এদিনো নিলিখিলে। পুৰবীকো কৃষ্ণানন্দ বৰুৱাই কৈছে : তই নামাতিবি, তাই যদি নিজে এদিনো আহিব খুজে তই কেতিয়াও নামাতিবি।

শুই শুই ভাবি থাকোতেই কৃষ্ণানন্দ বৰুৱাৰ চকুত চিল-মিল টোপনি আহিল যদিও মাজে মাজে মুৰকামোৰণীটোৱে সাৰপোৱাই দিয়ে তেওঁক। অৱশেষত টোপনি আহিল। মাজনিশা বৰুৱাই জাৰ জাৰ অনুভৱ কৰি পুনৰ সাৰ পাই গ'ল। সাৰ হয়তো ইমান সোনকালে নাপালেহেঁতেন। ঠিক সেইসময়তে তেওঁৰ তৃতীয় পুত্ৰ থিয়েটাৰ থিয়েটাৰ বুলি মৰিব পৰা বৰুণ ৰিহাৰ্চেলৰ পৰা ঘৰ সোমাইছিলহি। দুদিনৰ পিচতে কৃষ্টি সংঘই এখন থিয়েটাৰ পাতিছে জোৱানবোৰলৈ দান দিবৰ বাবে। গতিকে মাজনিশা-লৈকে এই কেইদিন বৰুণ বৰ ব্যস্ত। যতুক দুৱাৰ খুলিবলৈ দুৱাৰত টোকৰ মাৰোতেই কৃষ্ণানন্দ বৰুৱা সাৰ পালে। সাৰ পাই তেওঁ অনুভৱ কৰিলে আগতে হোৱা মুৰকামোৰণি নাইকিয়া হ'ল যদিও গাত লৈ থকা লেপ আৰু ৰাগখনে তেওঁৰ জাৰটো খেদাব পৰা নাই। কেইটা বাজিল চাবৰ বাবে বেড্ সুইচ্‌টো টিপি টেবুলৰ ঘড়িটোলৈ চালে। একবজাৰ কথা জানিব পাৰি বৰুণৰ ওপৰত খংটো পেটৰ ভিতৰতে গুজৰি গুমৰি উঠি অলপ পিচত মাৰ গ'ল। জাৰ লগাত আৰু এখন লেপ দি দিবৰ বাবে পুৰবীক মাতিব খুজিও অভিমানত নামাতিলে আৰু নিজেই বিচনাৰ পৰা উঠি আলনাত থৈ দিয়া এক্সট্ৰা ৰাগখন আনি ইকেইখনৰ লগত জাপি লৈ শুই থাকিল। তেওঁৰ চকুকেইটা জলকীয়াই পোৱাৰ দৰে পুৰিছে। তেওঁ গম পালে তেওঁৰ যে জ্বৰ উঠিছে। জ্বৰ উঠিলেও তেওঁৰ আৰু কাকো জগাই আমনি কৰিবৰ মন নগ'ল। সেয়েহে নিতাল মাৰি তেওঁ বিচনাতে কাঠ পৰা দি পৰি থাকিল।

পিছদিনা কৃষ্ণানন্দ বৰুৱাই যেতিয়া চকু মেলে তেতিয়া তেওঁ দেখি আচৰিত হৈছিল যে তেওঁৰ বিচনাৰ কাষত কিছুমান দাগ থকা দবৰৰ বটলেৰে সৈতে এখন টেবুল। কপালখন তিতি থকা যেন অনুমান হ'লত হাত দি চালে—এখন হাত। সুমনে দেউতাকৰ মূৰৰ শিতানত বহি কপালত চেঁচাপানীৰ পটি দি আছিল। বৰুণে ইফালৰ পৰা সিফাললৈ অহা যোৱা কৰি খিড়িকিৰ পৰ্দ্দাখন এবাৰ দাঙি এবাৰ পেলাই কেনেকৈ সুবিধা হব চাই আছিল।

পূৰবীয়ে ফিডিংকাপত চাগু আনি দেউতাকক খুৱাবলৈ বিচনাৰ কাষত থিয় হ'লহি। তাৰ পিচত পিঠিৰ ফালে গাৰু এটা দি পালেঙৰ বেৰত আঁউজাই দেউতাকক বহুৱাবলৈ চেষ্টা কৰিলে। কৃষ্ণানন্দ বৰুৱাই অবাক হৈ সিহঁতৰ চকুলৈ চালে—এইবোৰ কি কথা! মোৰ গাটো ইমান দুৰ্ব্বল লাগিছে কেলৈ? টেবুলত দবৰৰ বটল। তহঁতৰ মুখবোৰ ইমান করুণ আৰু গম্ভীৰ কিয়? সুমনে কলে তেওঁৰ সম্ভৱ মাজনিশাৰ পৰাই খুব জ্বৰ আৰম্ভ হৈছিল। পিচত কেঁকনি শুনি বাহিৰফালৰ পৰা বন্ধ কৰি থোৱা দুৱাৰখনেদি সোমাই গৈছে সিহঁতে দেখিছিল যে তেওঁৰ বেছি ধৰণে জ্বৰ উঠিছে। এঘণ্টামানৰ আগতেহে তেওঁৰ জ্বৰ এৰিছে। মাজতে ডাঃ ভট্টাচাৰ্য্যইও এবাৰ আহি চাই গ'লহি।

বাহিৰৰ ৰ'দে আহি খিড়িকি-দুৱাৰৰ আয়নাত চক্-চকৈ ধৰিছিল। কৃষ্ণানন্দ বৰুৱাই সুধিলে: তহঁতৰ আজি স্কুল কলেজ নাই নেকি? করুণ ক'ত আছে?

: আমি আৰু আজি নাযাওঁ। করুণৰ পৰীক্ষা আছে বাবে চাৰে আঠটাতে কলেজলৈ পঠাই দিলোঁ। আপোনাৰ জ্বৰ বেছিকৈ উঠা দেখি পৰীক্ষা দিবলৈ যাব খুজিছিল, পিছে পৰীক্ষা নিদিয়াটো বেয়া কথা হ'ব বাবে আমি বলেৰে পঠাই দিলোঁ। —কথাখিনি সুমনে কলে। তাৰ পিচত এবাৰ সুমনে বৰুণলৈ চাই কলে:

ভই এবাৰ বৰুণক কলেজত গৈ মাত কৈ আহিবিগৈ দেউতাই ভাল পাইছে বুলি, নহলে সি চিন্তা কৰি থাকিব। বৰুণে 'বাৰু' বুলি শলাগি থলে। কৃষ্ণানন্দ বৰুৱাই পুৰবীয়ে খুৱাই দিয়া চাগুখিনি অকনো আপত্তি নকৰাকৈ গিলি পেলালে। তাৰ পিচত বুকুত পাৰি দিয়া টাৱেলখন লৈ পুৰবীয়ে দেউতাকৰ মুখখন মচি দি দৰব এপালি খুৱাই সুধিলে: গুৱাই দিম নেকি দেউতা ?

: ওহোঁ, এনেকৈয়ে ভাল লাগিছে। চাওঁ খবৰ কাগজখন দিলে নহয়, আনচোন। পুৰবীয়ে খবৰ কাগজখন দিয়াৰ পিচত আৰু কিবা দৰকাৰ হ'বনেকি সুধিলে। মুৰ জোকাৰি বৰুৱাই কাগজত চকু থলে। পুৰবী, বৰুণ আৰু সুমন কোঠাৰ পৰা লাহে লাহে ওলাই গ'ল। কৃষ্ণানন্দ বৰুৱাই লক্ষ্য কৰিলে, ইহঁতৰ গম্ভীৰ আৰু কৰুণ হৈ থকা মুখ কেইখনলৈ এতিয়া কিছু পোহৰ আহিছে। গোটেই দিনটো কৃষ্ণানন্দ বৰুৱা কোঠাত সোমাই থাকোঁতেই গ'ল। মাজতে ডাঃ ভট্টাচাৰ্য্যই আহি খবৰ কৰি গ'লহি। পুৰবী, বৰুণ আৰু সুমনে মাজে মাজে খোৱা-বোৱাৰ কাৰণে তাগিদা দি থৈ গ'লহি। পুৰবীয়ে বলেৰে ভাত দুটামান দেউতাকক খুৱাইহে এৰিলে। সেইদিনা বৰুণ ৰাতি ৰিহাৰ্চেললৈকো নগ'ল। কথাটো কৃষ্ণানন্দ বৰুৱাই মনে মনে মন কৰিলে যদিও নুসুধিলে। ৰাতি কৃষ্ণানন্দ বৰুৱাই জ্বৰ একেবাৰে নাইকিয়া হ'লত নিচিন্ত মনেৰে টোপনি গ'ল।

ইয়াৰ পিছদিনাও শুই উঠাৰ পিচতে পুৰবীয়ে গৰম পানী আনি দেউতাকক মুখ ধুবলৈ দিলেহি। শোৱা কোঠাৰ গাতে লগা গা-ধোৱা ঘৰত বৰুৱাই উঠি গৈ মুখ ধুলেগৈ। টাৱেলখনেৰে মুখ মচি মচি তেওঁ বাহিৰলৈ ওলাই আহি ষষ্ঠুয়ে আনি দিয়া বেতৰ চকীখনতে পিঠিত ৰ'দ লৈ বহি পৰিল। পাকঘৰত পুৰবীয়ে খুব কথা পাতিছিল তেতিয়া। ইয়াৰ পিচতে কৃষ্ণানন্দ বৰুৱাই দেখিলে তেওঁৰ নাতিনী ডেব বছৰীয়া চন্দনাই দুই ভৰিৰ ওপৰত সাৱধানেৰে

বেলেগু ৰাখি "ককা" "ককা" বুলি তেওঁৰ ফাললৈকে অগ্ৰসৰ হৈ পাকঘৰৰ পৰা ওলাই আহিছে। ভিতৰত বোধহয় কোনোবাই শিকাই দিছে। শুই উঠাৰ পিচত চুলিবোৰ আউল-বাউল হৈ কপালত পাকখাই-খাই পৰি আছে, গালদুখন দুটা আপেলৰ দৰে ৰঙা হৈ জিলিকি আছিল।

ঃ এইজনী দেখোন চন্দনা! এই ক'ৰপৰা ওলাল অ' পুৰবী?

পুৰবী পাকঘৰৰ পৰা ওলাই আহিল: কেলৈ, নবৌহঁত কালি ৰাতিয়ে পালেহি নহয়—আমি আপোনাৰ অসুখ বুলি খবৰ দিয়াত। আপোনাৰ ৰাতি টোপনি আহিছিল বাবে নজগালোঁ। অ' নবৌ, ককাইদেউটো শুই উঠিবৰ নৌ নে? যোৱাচোন জগাই দিয়াগৈ। পিচৰ বাক্য দুটা নবৌয়েকলৈ চাই কলে। নবৌয়েক তেতিয়া ওলাই দুৱাৰ মুখত থিয় হৈছিলহি।

ইতিমধ্যে চন্দনাই গৈ ককাকৰ কোলা দখল কৰিলেগৈ। পুৰবীয়ে কিছু সংকোচেৰে সৈতে কলে: কালি সুৰভি বাইদেউও আহিল নহয়।

ঃ সুৰভি আহিলে? কেতিয়া? তাইলৈকো হ'ব পাই মোৰ অসুখ হোৱাৰ খবৰ দিলি? তাই ক'ত আছে এতিয়া?

ঃ ভিতৰতে আছে, আপোনাক মাতিবলৈ ভয় কৰিছে। কথা শুনি কৃষ্ণানন্দ বৰুৱাৰ মুখখন এটা শিশুসুলভ হাঁহিয়ে উজ্জ্বল কৰি পেলালে। সুৰভিয়ে তেনেতে চাহৰ কাপ হাতত লৈ পাকঘৰৰ পৰা ওলাই আহিছিল। তাইক দেখি দেউতাকে প্ৰথমতে নামাতিলে।

ঃ দেউতা চাহ। সদ্যস্নাতা সুৰভিয়ে এজোৰ জাতিলাওৰ ফুলৰ দৰে বগা কোমল ৰঙাপাৰীৰ মেখেলাচাদৰ পিন্ধি কপালত সেন্দুৰ জিলিকাই তেতিয়া তেওঁৰ সন্মুখত থিয় দিছিলহি। হাতৰ পৰা চাহকাপ লৈ দেউতাকে কলে: তই আৰু কোনো দিনে ইয়ালৈ নাহ বুলিহে ভাবিছিলোঁ। অপৰাধ কৰি ভয় খোৱা ল'ৰাৰ দৰে শান্ত হৈ সুৰভি দেউতাকৰ কাষতে মনে মনে ঠিয় হৈ

থাকিল আৰু পিচত লাহে লাহে তাৰ পৰা আঁতৰি গ'ল। অলপ পিচতে পুৰবীয়ে আহি কলে: দেউতা, শোভন নায়াবো আহিছে নহয়। আপোনালৈ ভয় কৰি আই, বি, তে আছে।

: কি অঁকৰা তহঁত! কোনোবা এটা গৈ তেওঁক লৈ নাহ কেলৈ? চাওঁ সুমন তয়েই যাচোন নায়াৰক লৈ আহগৈ।

কৃষ্ণানন্দ বৰুৱাই কিবা এটা ভাবি বহাৰ পৰা উঠিল। ইবিলাকে তেওঁৰ মুখখন দেখি জানিব পাৰিলে তেওঁৰ আজি মন তুষ্ট। পুৰবীক বাথৰূমত গৰম পানী দিবৰ বাবে কলে আৰু ধোবাৰ ঘৰৰ পৰা আনি থোৱা কাপোৰ এসাজো উলিয়াই দিবলৈ কলে।

পুৰবীয়ে নবৌয়েকক কথাটো কৈ হাঁহিলে —দেউতাই জোঁৱায়েকৰ আগত একেবাৰে ধোবাই ধোৱা কাপোৰ পিন্ধি ওলা-লেহে হয় বুলি।

নবৌয়েকে যদুক মাতি পুৱাৰ বজাৰৰ পৰা মাছ আনিবলৈ পঠালে। এবাৰ সুৰভিক জোকাবলৈকে সুধিলে: তেতেলী আনিবলৈ দিম নেকি? সুৰভিয়ে জানিলে তাইক জোকাবলৈকে কৈছে— মাদ্ৰাজীবোৰে তেতেলী খায় বুলি এটা কথা আছে। দেউতাকৰ আঁৰ লৈ সুৰভিয়ে নবৌয়েকলৈ চাই মুখ ভেঙুচালি কৰি দেখুৱালে।

গা-পা ধুই উঠি যেতিয়া কৃষ্ণানন্দ বৰুৱা আহি চোতালৰ ব'দথিনিত বহিলহি তেতিয়া মনে মনে ভাবিলে আচলতে তেওঁ দুদিনৰ আগতে নিজৰ কথা যেনেকৈ ভাবিছিল সেয়া সম্পূৰ্ণ অমূলক। তেনেদৰে ভবাৰ কথা মনত পৰাৰ লগে লগে তেওঁৰ মুৰটো লাজত দোঁখাই গ'ল—কিন্তু তেওঁ এই মুহূৰ্ত্তত এইবোৰ কথা নভবা যেন দেখুৱাবলৈকে চন্দনাক মাতিলে : চন্দনা, অ' চন্দনা॥

চলনাই তেতিয়া ইফালৰ বাৰান্দাখনত কুহুমীয়া গৰমপানীৰ টাবত সোমাই পানীত চপচপাই গা ধুইছিল।

ডাঙৰ পুতেক বঞ্জনে পিতৃত্বৰ গাম্ভীর্য্যৰে খবৰ কাগজখন পঢ়ি পঢ়ি তেওঁলৈকে চাই হাঁহি হাঁহি ওলাই আহিছিল: দেউতা ভাল পাইছে?

: ওঁ, একেবাৰে ভাল পাইছোঁ। আৰু মোৰ অসুখ কেতিয়াও নহয়। শেষৰ বাক্যটো কিছু মনে মনে সাৱধানে কলে নিজকে কোৱাৰ দৰে— বৃদ্ধ কৃষ্ণানন্দ বৰুৱাই।

ৰামধেনু,
এপ্রিল '৬৩

# বিষণ্ণ দিৱস

টোপনিৰ পৰা চকুকেইটা মেলিয়েই প্ৰভাৱতীয়ে মনত পেলালে—আজি ষষ্ঠী। ৰাতি পুৱাওঁ পুৱাওঁ হৈছে। ভেন্টিলেটৰ-খনেদি কিঞ্চিত কিঞ্চিত পোহৰ সোমাই আহিছে। বিচনাৰ ওচৰতে কাষতে থকা খিড়িকিখনৰ ছকৃডাল প্ৰভাৱতীয়ে হাত মেলি শোৱাৰ পৰাই খুলি দিলে। এজাক ভাল লগা চেঁচা বতাহ খিড়িকিয়েদি সোমাই প্ৰভাৱতীৰ বিচনাৰ আঠুৱাত লাগিলহি। পৰ্দ্দাখন ধীৰে ধীৰে লৰি উঠিল। আঠুৱাৰ পৰা মুৰটো উলিয়াই প্ৰভাৱতীয়ে সেই কোমল মিঠা বতাহখিনি উপভোগ কৰিলে। সদায় প্ৰভাৱতীয়ে এনেকুৱাকৈ সাৰ পায়ে বিচনাৰ পৰাই দক্ষিণৰ খিড়িকীখন খুলি দি বতাহখিনি লয় আৰু জিৰ জিৰ বতাহত এবাৰ ঢৌ উঠি এবাৰ নামি পৰা পৰ্দ্দাৰ ফাঁকেদি পুৱাৰ ধোঁৱা বৰণীয়া আকাশখন চাই থাকে। কেতিয়াবা তেনেকৈ গাকত মুৰ থৈ আকাশ চাই থাকোতেই আকৌ টোপনি যায়। কিন্তু আজি প্ৰভাৱতী টোপনি নগ'ল। চকুকেইটা মেলিয়েই প্ৰভাৱতী গাকত মুৰ থৈ পৰি থাকিল। ৰাতি পুৱাইছেই। স্পষ্ট পোহৰ হৈ আহিছে। দক্ষিণলৈ থকা শেৱালিজোপাৰ পৰা ফুল বুটলিবলৈ এজাক পখিলী ছোৱালীয়ে প্ৰভাৱতীহঁতৰ ঘৰৰ গেটখন খুলি সোমাই অহা প্ৰভা-ৱতীয়ে গম পালে। আটাইকেইজনীয়ে ইজনীৰ কথাৰ ওপৰতে

সিজনীয়ে কথা কৈ আছিছে মাত্র, শুনিবৰ অৱসৰ কাৰো নাই।

: কালি আমাৰ মামা আহিল নহয়— মোলৈ যে কিমান ডাঙৰ ডল্ এটা আনিলে। মই আজি মস্ত এডাল শেৱালিফুলৰ মালা গাঁঠি মোৰ ডল্টোক পিন্ধাম।

: পূজাত দিয়া তোৰ ফ্ৰকটো কেনেকুৱা বুলি কৈছিলি ৰাণী?

: আমি কিন্তু আজি দেউতা-মাৰে সৈতে গাড়ীৰে ইয়াৰ আটাইকেখন প্ৰতিমা চোঁৱাৰ কথা আছে।

: সৰি পৰা শেৱালিফুল পূজাত দিব পায়নে নাপায়? ইস্, ইমানবোৰ সৰি আছে।

: আই ঐ এইফালৰখিনি চোৱা। এইখিনিত সৰাখিনি কিন্তু মই লম, কোনেও নলবা ভাই!

হঠাৎ প্ৰভাৱতী বিচনাৰ পৰা জাপ মাৰি উঠিল। এইটো কথা তেওঁ কালি ভাবিছিল আৰু আজি এই ছোৱালীকেইজনীয়েহে মনত পেলাই দিলে। সৰা শেৱালিফুল প্ৰভাৱতীয়ে কাহানিও নোবোটলে, কেতিয়াবা মন গ'লে এপাহ বোটলি নাকৰ আগত শুঙি পুনৰ সৰা ঠাইত থৈ দিয়ে। কিন্তু আজি এথাল আনি বঙ্কিম-হঁতৰ কোঠাত সজাই থোৱাৰ কথা আছে। বঙ্কিমে আৰু দীপ্তিয়ে আহি ভাল পাব। কোঠাটো শেৱালি শেৱালি গোন্ধাই থাকিব। মনটো পূজা পূজা লাগিব। খিড়িকিৰ কাষত থিয় হৈ প্ৰভাৱতীয়ে ছোৱালীকেইজনীক মাতিব খুজিলে। এজনীকো তেওঁ চিনি নেপালে, ওচৰৰ ছোৱালী নহয় এইকেইজনী। এটা নাম কঢ়া শুনিছিল— ৰাণী। প্ৰভাৱতীয়ে মাতিলে, "ৰাণী, মাজনীহঁত এথালমান ফুল মোলৈ এৰি থৈ যাবা দেই।" খিড়িকিৰ মুখত মাত শুনি ছোৱালী-কেইজনী নিশ্চল হৈ পৰিল। প্ৰভাৱতীৰ বেয়া লাগিল। ইমান ভয় ইহঁতৰ। এনেকুৱা নিশ্চল অৱস্থাতকৈ এই বয়সৰ হাঁহি-খিকি-জালিবোৰহে ভাল লাগে। এয়া আনন্দ কৰাৰ বয়স। একো যদি

নোপোৱাৰ সময়। কিয় মানুহবোৰ সদায় কেঁচুৱা হৈয়ে নাথাকিল- প্ৰভাৱতীয়ে ভাবিলে।

: বোটলা, বৈ আছা কিয়? প্ৰভাৱতীয়ে হাঁহিলে। ছোৱালীকেইজনীৰ মুখবোৰ হাঁহি বিৰিঙি উঠিল। সিহঁতে ভাবিছিল দিখৌ নৈৰ পাৰৰ বুঢ়ীজনীৰ দৰে নিশ্চয় পুৱাতে হুলস্থূল কৰাহি বাবে বুঢ়ীয়ে খেংখেঙাই উঠিব। কিন্তু বুঢ়ীয়ে একো নবকিলে, মাত্ৰ কোমলকৈ হাঁহি এথালমান ফুল থৈ যাবলৈ কলে।

: আইতা, আপোনাৰ থিনিও আমি বোটলি দিম নেকি? এজনীয়ে সুধিলে ।

: ময়ে গৈছো ৰ'বা ।

কৈয়ে প্ৰভাৱতীয়ে আঠুৱাখন তুলিলে। বিচনাখন জোকাৰি পাৰি তাৰ ওপৰত নীলা অপৰাজিতা ৰঙৰ বেড্‌কভাৰখন পাৰি দিলে। তাৰ পিচত নিজৰ গাত পাতল স্কাৰ্ফখন মেৰিয়াই শুদা ভৰিৰেই দুৱাৰখন মেলি বাহিৰলৈ ওলাই আহিল। সিহঁতৰ লগতে নিজেও কোঁচ-পাতি শেৱালি বোটলিলে।

: আজি আমাৰ বঙ্কিম আহিব, দীপ্তি আহিব আৰু অকণমানি সোণটোও আহিব নহয়—সিহঁতলৈকে এইবোৰ থৈ দিম। কথাষাৰ কৈ প্ৰভাৱতীয়ে হাঁহি পেলালে । ছোৱালীকেইজনীয়েও বোটলি দিলে এপাহ দুপাহ। আৰু এটা সময়ত ছোৱালীকেইজনী সোমাই অহা গেটখনেদি হাঁহি হাঁহি ইজনীৰ ওপৰত সিজনীয়ে কথা কৈ জপিয়াই জপিয়াই ওলাই গ'লগৈ। এইবাৰহে প্ৰভাৱতী বাস্তৱলৈ ঘূৰি আহিল। লৰালৰিকৈ প্ৰভাৱতী ভিতৰলৈ সোমাই আহি দুৱাৰ-খিড়িকীবোৰ মেলি দি পৰ্দ্দাবোৰ অলপ অলপকৈ টানি দিলে। একাষৰীয়াকৈ থকা বঙ্কিমহঁতৰ কোঠাৰ দুৱাৰ-খিড়িকিবোৰ মেলি দিলে। ইতিমধ্যে বনকৰা ল'ৰা বামুও শুই উঠিল। : বামু, বামু, তোৰ মুখ ধোৱা হ'ল? হ'ল যদি গা-ধোৱা ঘৰত পানী দে, মই গা ধোওঁ। সোনকাল কৰ। আৰু কালি তোৰ সম্পূৰ্ণকৈ

বজাৰ কৰা নহ'ল নহয়। আজি চাহ খাই উঠি আকৌ যাবি। সিহঁত আহিব। আহিয়েই শুদা ভাত খাবহিনে? কিমান দিনৰ মূৰত সিহঁত আহিব। দীপ্তি অহাৰ পিচৰ পৰা সিহঁতৰ এইবছৰহে ইয়াত পূজা চোঁৱা হব। ৰামুৱে কথাটো টলকামাৰি ভাবি চাই কলে, ঃ কথাটো হয় মা। সৰু দাদাই পিচে এইবাৰহে ইয়াত পূজা চাবলৈ নাপালে।

ঃ এবা অ' তাৰ আক' ফাইনেল পৰীক্ষালৈ বেছিদিন নাই নহয়। সি কলিকতাত ইয়াতকৈ বেছিহে ফুৰ্ত্তি কৰিব চাগৈ। আমাৰ কথানো ক'ৰ মনত পৰিব চাগৈ।

ৰামুৰো আজি ফুৰ্ত্তি লাগিল। বঙ্কিম আহিলে বঙ্কিমৰ পৰা সি মাজে মাজে উপকৰা টকা কেইটামান বকচিচা বুলি সৰকাব পাৰিব, নহলে আইতাই দৰ্ম্মহাৰ টকা কেইটাৰ বাদে এপইচাও নিদিয়ে। মাৰ মনটোত আজি বৰ ফুৰ্ত্তি—পুতেক-বোৱাৰীয়েক নাতিয়েক আহিব বুলি। প্ৰভাৱতীক গা-ধোৱা ঘৰত পানী দি সি নিজেও বাহিৰত তাৰ গা ধোৱা ঠাই টুকুৰাত চাবোন ঘঁহি বহি গা ধুলে। গা ধুই তাৰ দৈনিক কামত লাগি গ'ল। ঘৰ সাৰিলে। চকী-মেজবোৰ ফটাকানিখনেৰে মোহাৰিলে। ফুলদানীৰ পুৰণা পানী-খিনি পেলাই নতুন পানী তাত ঢালি দিলে। টেবুলত প্ৰভাৱতীয়ে সজাই থোৱা পুতেকৰ ছবিখন হাতত তুলি ওপৰত পৰি থকা ধূলিকণাবোৰ মোহাৰি দিলে। প্ৰভাৱতীয়ে শোৱাৰ আগেয়ে ভৰি ধুই পিন্ধা চেণ্ডেলযোৰ বিচনাৰ কাষৰ পৰা আনি সদায় থোৱাৰ দৰে আলনাৰ তলত সজাই থলে। একাষৰীয়াকৈ থালত থৈ যোৱা শেৱালি ফুলখিনি দেখি ৰামুৱে মিচিকিয়াই হাঁহিলে—বুঢ়ীৰ বৰ চখ হ'ল।

প্ৰভাৱতীয়ে গা ধুই উঠি তাঁৰত কাপোৰকেইটা মেলি দি ৰামুক কলে ঃ

ঃ ৰামু ষ্টভটো জলালিনে? ঃ এয়া জলাইছোঁ মা। প্ৰভাৱতীয়ে বহুত দিনলৈকে ৰামুৰ হাতেৰে চাহো নোখোৱাকৈ আছিল, ভাত দূৰৈৰে কথা। পিচত, বঙ্কিমে, অমুকৰ অমুকৰ ঘৰত ই আগেয়ে আছিল, তেওঁলোকে ভাতো খাইছিল— ইয়াৰ হাতেৰে তইনো মা চাহটোপা খালে কিটো হয়। এইদৰে কোৱাতহে এতিয়ালৈ প্ৰভাৱতীয়ে চাহ খোৱাটো কৰিলে। ল'ৰাটো চাফ্‌চুফ্‌ দেখি ময়দাখিনিও সানিবলৈ দিয়া হ'ল। এতিয়া ৰামুৱে চাহ-লুচী কৰাৰ পৰা চাউল-দাইল ধোৱালৈকে সকলো কৰি দিয়া হ'ল।

অকলশৰীয়া মানুহ। এতিয়া আৰু বুঢ়া কালত তাৰ হাতেৰে ভাত খাই পাপাচৰণ কৰিব নোৱাৰোঁ বুলি প্ৰভাৱতীয়ে ভাত ৰন্ধাটো নিজে কৰিলে। বঙ্কিম দীপ্তিহঁত আহিলে ৰামুৱেই অৱশ্যে বেলেগ চৌকাত মাছ-মাংস, আঞ্জা আদি ৰান্ধি দিয়ে বিধে বিধে। ডিঙিত লগুণডাল থাকিল বুলিয়েই আৰু তাৰ হাতেৰে ভাত খাব নোৱাৰি— প্ৰভাৱতীয়ে মনে মনে ভাবিছিল।

প্ৰভাৱতী এইবাৰ গোঁসাই ঘৰত সোমাল। গোঁসাই ঘৰৰ কামখিনি কৰি এষাৰ বৰগীত গালে। গোসাইঘৰত জলোৱা ধূপৰ মৃদু সৌৰভ গোটেই কোঠাবোৰতে বিয়পি পৰিল। ইফালে আঁতৰৰ পূজা-মণ্ডপৰ পৰা জয়ঢোলৰ কোব বৈ বৈ বাজিবলৈ আৰম্ভ কৰিলেই। গোটেই পৰিবেশটো প্ৰভাৱতীৰ পূজা পূজা লাগিল। বাহিৰলৈ ওলাই আহি আলিবাটত দেখিলে সৰু সৰু ল'ৰা-ছোৱালীবোৰে পেঁপা বজাই বজাই বেলুন উৰুৱাইছে। তাকে দেখি প্ৰভাৱতীয়েও ৰামুক দুটামান বেলুন আনিবলৈ দিলে। সেই কেইটা বঙ্কিমহঁতৰ কোঠাত ওলোমাই থব, অকণমানটোৱে খেলিব পাৰিব। শেৱালি ফুল দেখি ইঁহাৰ দৰে এইবাৰো কথা শুনি ৰামুৱে মনৰ ভিতৰতে হাঁহিলে— বুঢ়ীৰ বৰ চখ হ'ল বুলি। ৰামুক কলে ঃ সোনকালে বজাৰৰ পৰা আহিবি। বাৰটা পচপন্নৰ ট্ৰেইনখনতে সিহঁত আহি পাবহি। ভাত-পানী ৰান্ধি থ'ব লাগিব। গুৱাহাটী

ষ্টেচনত কালিয়ে ট্ৰেইনত উঠিল। বাটত খোৱা-বোৱা বা হৈছেনে নাই? ইস্, বেচেৰাহঁতৰ টোপনি খতিও হ'ব পায়।

প্ৰভাৱতীয়ে জাৰি-জোকাৰি বঙ্কিমহঁতৰ কোঠাৰ বিচনাখন পাৰিলে। ধোবাৰ ঘৰৰ পৰা আনি থোৱা বেড্কভাৰ বেড্চিটেৰে সিহঁতৰ বিচনাখন পাৰিলে। বাত্তিপুৰা বোটলি আনি থোৱা শেৱালি ফুলখিনি থালখনত দ'লৰ দৰে সজাই সিহঁতৰ কোঠাৰ মাজৰ অকণমানি টেবুলখনত সজাই থ'লে। মাজতে ভাবিলে দীপ্তিয়ে বা এইবোৰ কি দেখেহি। যিহে ছোৱালী, নিজৰ মতে কেৱল চলিবলৈ লাগে। থাকক আহি বেয়া দেখিলে পেলাই দিব। প্ৰভাৱতীৰ নিজৰ কিন্তু বেয়া নালাগিল। প্ৰভাৱতীয়ে আকৌ ভাবিলে, আজিকালিৰ ছোৱালীৰ মনে আৰু তেওঁলোকৰ মনে একে নহয়। তেঁৱেই যেতিয়া বোৱাৰী হৈ এইখন ঘৰত সোমাইছিলহি তেওঁলোকৰ মনবোৰেই কেনেকুৱা আছিল। মাজ বয়সতে স্বামীক হেৰুৱালে। বঙ্কিমক কিমান কষ্ট কৰি পঢ়ালে। ৰঞ্জিতক তেও বঙ্কিমেই দিছে খৰছ। বঙ্কিমে এতিয়া গুৱাহাটী ইঞ্জিনীয়াৰিং কলেজত প্ৰফেচাৰ কৰে। প্ৰফেচাৰ কৰিয়েই ঘৰটোও নতুনকৈ সজালে। মাটিও ললে কেইবিঘামান। দীপ্তিক বিয়া কৰালে। দীপ্তিক বিয়া কৰোৱাৰ আগতে আন এজনী বি, এ পাছ ছোৱালী-কহে বিয়া কৰোৱাৰ কথা ভবা হৈছিল। বঙ্কিমৰ মাকে বাধা দিলে— নালাগে, বি, এ পাছ ছোৱালী আনি কি কৰিম? পুতলাৰ দৰে সজাই থলেহে হ'ব। তাতে ইয়ে সিয়ে কৈছে ছোৱালীজনীয়ে বোলে ভৰিৰ পৰা চেণ্ডেল নোখোলেই। আৰু তাতে ছোৱালী-জনীৰ বাপেকৰো মৃত্যু হৈছে। এতিয়া এচ ডি চি দেউতাক এজনেও কেইবাবাৰো ঘৰৰ আগত মটৰ ৰখাইছেহি জীয়েক দীপ্তিক দিবলৈ বুলি। ছোৱালীজনীয়ে সেই বছৰত মেট্ৰিক পাছ কৰিছে। বাপেক গেজেটেড্ অফিচাৰ যদিও ছোৱালীজনীয়ে ঘৰমোচাৰ পৰা কাপোৰধোৱালৈকে সকলো কাম নিয়াৰিকৈ কৰিব পাৰে বুলি

ছোৱালীজনীৰ মাকে কলে। বঙ্কিমেও ভাবিলে এনেকুৱা এঘৰ সম্বন্ধ পোৱাটো ভাগ্যৰ কথা।

ধুমধামেৰে বিয়া হৈ গ'ল। দীপ্তি বোৱাৰী হৈ আহিল। লগত চাকৰণী ছোৱালী এজনী আৰু এটা বনকৰা ল'ৰাও লৈ আহিল। ঠাইমোচা আৰু কাপোৰ ধোৱাৰ অভ্যাস দীপ্তিৰ নাই বুলি নিজেই প্ৰভাৱতীৰ আগত ক'লে। আৰু এই জেকামাটিত শুদা ভৰিৰে থাকিলে ভৰিবোৰ তেনেই নষ্ট হ'ব বুলি অহাৰ ছুদিন-মানৰ পিচতে ভৰিত যি চেণ্ডেল ভৰালে তাৰ পিচৰ পৰা আৰু নোখোলা হ'ল। গাৱঁৰ মিত্ৰ কুটুম্ব আহিলে প্ৰভাৱতীয়ে উপযাচি কয়ঃ বেচেৰীক মৰে চেণ্ডলযোৰ পিন্ধি থাকিবলৈ কৈছোঁ, কালিৰ পৰা পানী লাগি ততেই পোৱা নাই। জ্বৰো আছে। বঙ্কিম নীৰবে থাকিল। প্ৰভা-ৱতীও। কোনেও কাৰো গাত দোষ নিদিলে। মাক পুতেকৰ সমান আগ্ৰহৰ মাজতহে এই বিয়া হৈ উঠিছিল— নহলে হয়তো বি, এ পাছ ছোৱালীজনীয়েই বোৱাৰী হ'লহিহেঁতেন। গুৱাহাটী ইঞ্জিনীয়াৰিং কলেজত কাম পায়েই দীপ্তিক বঙ্কিমে লৈ গ'লহি। প্ৰভাৱতীৰ লগত থাকিবলৈ দেচুৱালী ল'ৰা ৰামুক দিলে। যাক আনি ঘৰ উজ্বলোৱাৰ কথা প্ৰভাৱতীয়ে ভাবিছিল সেয়েই তেওঁৰ মনটোহে ভাঙি দিলে। অকণমানটো জন্ম হোৱাৰ পিচত প্ৰভাৱতীয়ে এবাৰ নিজেই চাই আহিলগৈ। এতিয়া চাগৈ সি দৌৰি ফুৰিছে। হওক, সিহঁত ভালে কুশলে থাকক তাতে। দীপ্তি এতিয়া বুজা হৈ আহিছে নিশ্চয়, আগৰ ছোৱালী মনটো নাইকিয়া হৈ আহিব পায়। সেয়েহে হয়তো এইবাৰৰ পূজাৰ বন্ধটো ইয়াতে কটাবহি বুলি বঙ্কিম আৰু দীপ্তিয়ে চিঠি লিখিছিল। আৰু সেই চিঠি মতে আজি ষষ্ঠীৰ দিনাই ছুপৰীয়াৰ গাড়ীত পোৱাহি কথা আছে।

ঘৰটোৰ এখন খিড়িকীৰ কাষত থিয় দিলে ওচৰৰ মানুহঘৰ দেখা পোৱা যায়। শাহুৱেক আছে, কলেজত কাম কৰা পুতেক আছে আৰু বোৱাৰীয়েক মিনতি আছে। মিনতি বৰ ভাল ছোৱালী—

এজনী ছোৱালীৰ মাক। শাহুৱেকে গুণ গায়েই ভৎ নেপায়। কথাটো মিছা নহয়। প্ৰভাৱতীয়ে প্ৰায়ে দেখে বোৱাৰীয়েক মিনতিয়ে পুৱা চোতাল সৰাৰ পৰা গধূলি চুৱা কাঁহী-বাটি ধোৱালৈকে সকলো কাম নীৰবে কৰি যোৱা। শাহুৱেকে গা-ধুই এৰি থৈ অহা কাপোৰযোৰ মিনতিয়েই ধুই দি তাঁৰত মেলি দিয়ে। শাহুৱেকে বোৱাৰীয়েক মিনতিৰ হাতেৰে ভাত নাখায় বাবে কেৱল ভাত কেইটাহে যি ৰন্ধা বঢ়া কৰে। ভাত ৰন্ধা সময়খিনিৰ বাদে বাকী সময়খিনি শাহুৱেকে পিচফালৰ বাৰান্দাৰ বেতৰ চকীখনত কিবা ভাবি ভাবি বহি থাকে। কেতিয়াবা কেঁচুৱাজনীক কোলাত লৈ নচুৱায়। এখন শান্তিপূৰ্ণ ঘৰ চকুৰ আগত ভাঁহি থাকে। প্ৰভা-ৱতীয়ে সেইখন খিড়িকীৰ কাষত থিয় হৈ তেওঁলোকৰ ঘৰখন চালে। দেখিলে বাৰান্দাত কেঁচুৱাক কোলাত নিচুকাই শাহুৱে হাঁহিছে। মিনতিয়ে ৰ'দলৈ বিচনাৰ কাপোৰ উলিয়াই দিছে; তাৰ পিচত ইটো সিটো কাম কৰি আহি এবাৰ শাহুৰ কাষত বহি তামোল এখন বটাৰ পৰা লৈ খালে।

ইতিমধ্যে ৰামু বজাৰৰ পৰা আহি পালেহি। মাছখিনি ৰন্ধাৰ ভাৰটো সিয়ে ললে। আন দুখনমান তৰকাৰীও সিয়ে ৰান্ধিব। পদিনাৰ চাট্‌নিখন প্ৰভাৱতীয়ে কৰিব। ৰামুৱে বেলুন তিনিটামান লৈ আহিছিল ৰঙা, নীলা, হালধীয়া। সেইকেইটা প্ৰভাৱতীয়ে বঙ্কিমহঁতৰ কোঠাৰ বেৰত গজাল এটাত ওলোমাই থলে।

এইবাৰ দুপৰীয়া হৈ আহিল। পূজা-মণ্ডপৰপৰা জয়ঢোলৰ কোব দ্ৰুতৰ পৰা দ্ৰুততৰ হৈ আহিল। হঠাৎ মিনতি আহি সোমালহি।

ঃ মাহীদেউ, আজি আপোনাৰ পুতেক-বোৱাৰীয়েক আহিব নহয়? পিচে ভাত কিহেৰে ৰান্ধিছে? আলুগুটিৰ বাকলি গুচাবলৈ হাতত কটাৰী আৰু মৈদা লৈ প্ৰভাৱতীয়ে পীৰা পাৰি বহিবলৈ লৈছিল।

ঃ এৰা আহি পাবহি লাগে আজি।

ঃ আপোনাৰ চাগে বৰ কষ্ট হৈছে অকলে অকলে এইবোৰ কৰি।

ঃ ৰামু আছে নহয়। দিগদাৰী অৰণ্যে নাই।

দুৱাৰ মুখেদি ভুমুকি মাৰি মিনতিয়ে ভাতৰ চৌকালৈ চালে।

ঃ ঐ আই আপোনাৰ দেখোন ভাতৰ নিসনি কাঢ়িবৰ হলেই, দিয়ক মই এইখিনি কৰি দিওঁ। বলেৰে মিনতিয়ে প্ৰভাৱতীৰ হাতৰ পৰা কটাৰীখন লৈ আলুৰ বাকলি গুচোৱাত লাগিল। প্ৰভাৱতীয়ে মিচিকিয়াই হাঁহিলে।

ঃ তোমাৰ ঘৰত কৰা খিনিয়ে নাপালেগৈ, আকৌ ইয়াত মোক কৰি দিবলৈ আহিছা?

ঃ হওক। মোৰ আমনি নালাগে। আপুনি যে ইমান অকল শৰীয়াকৈ থাকিব লাগে সেইটো কথা ভাবি মোৰ কেতিয়াবা বৰ বেয়া লাগে মাহীদেউ। ৰামুটো থকাই নথকাই সমান।

প্ৰভাৱতীয়ে একো উত্তৰ নিদি ভাতৰ নিসনি কাঢ়িলে। তাৰ পিচত সুধিলে।

ঃ তোমালোকৰ ভাত হ'ল?

ঃ নাই মই যতনাই দি থৈ আহিছোঁ। মা চৰুলৈ সোমাই-ছেহে, ক'ত হ'ব এতিয়াই? মিনতিয়ে আলুৰ বাকলি গুচালে পদিনাৰ পাতবোৰো ঠাৰিৰ পৰা এখিলা এখিলা কৈ এৰুৱাই বাটি এটাত থলে। প্ৰায়েই মিনতিয়ে আহি প্ৰভাৱতীক দুটা এটা কাম কৰি সহায় কৰি দিয়েহি। গতিকে প্ৰভাৱতীয়ে বাধা নিদিয়ে। কিছুসময়ৰ পিচত "তেওঁক" ছোৱালীজনীয়ে আমনি কৰিব পায় বুলি মিনতি ঘূৰি গ'লগৈ বাৰীৰ বাটটোৰেদি।

বাৰ-বজাৰ লগে লগে প্ৰভাৱতী আৰু ৰামুৰ সকলো ৰন্ধা-বঢ়া সমাপ্ত হ'ল। সিহঁত আহিলে একেলগেই খাব ভাত। ৰামুৱে— ব্যৱহাৰ নকৰা বাবে একাষৰীয়াকৈ থৈ দিয়া দাইনিং টেবুলখন কোঠাৰ মাজলৈ আনি প্লাষ্টিকৰ টেবুলক্লথখন পাৰি থলে। ডিভি

দীঘল আয়নাৰ জাৰটোত পানী ভৰাই ঢাকি-ঢুকি তাৰ ওপৰত থৈ দিলে। আহি পালেহিয়েই যাতে সিহঁতৰ একো দিগদাৰী নহয় তাৰ বাবে ৰামুক সাৱধান কৰি দিয়া হ'ল। গা-ধোৱা ঘৰত পানীও থৈ দিবলৈ ক'লে, গা-ধুবহি নহয় আহি সিহঁতে। এইবাৰ প্ৰভাৱতীয়ে ঘড়ী চালেগৈ। ট্ৰেইন আহি পাবলৈ বেছি সময় নায়েই··· ৰামুক ষ্টেচনলৈ পঠাবৰ হ'লেই।

আহিন মহীয়া ৰ'দত ঘামি-জামি ৰামু ষ্টেচনৰ পৰা ঘূৰি আহিল। ঃমা, নাহিল দেখোন তেওঁলোক!

ঃনাহিল! তই ভালকৈ চালি? আৰু তো এইফালৰ ট্ৰেইন নাই। ৰাতিপুৱাৰখন গ'লহিয়ে। কিয় নাহিল?

ইফালৰ পৰা ৰামুৰ মাত শুনি মিনতিয়ে ঘৰৰ পৰাই চিঞৰিলে

ঃমাহীদেউ তেওঁলোক আহিলেনেকি? প্ৰভাৱতীয়ে উত্তৰ দিলে ঃ নাহিল দেখোন আহিম বুলি চিঠি দিও নাহিল। কিবা অসুখ বিসুখেই হ'লনেকি কাৰোবাৰ!

মিনতিয়ে কলে ঃ বাছেৰে আহিবও পাৰে শিৱসাগৰলৈ।

ঃজানো কি ইহঁত! ৰামুক কলে ঃ ব'ল তোক ভাত বাঢ়ি দিওঁগৈ। কোন ক'ত থাকে থাকক। খঙৰ কোবতে প্ৰভাৱতীয়ে কলে। ৰামুৱে আহি নোপোৱালৈকে নাখাওঁ নথওঁ কৰিছিল। প্ৰভাৱতীয়ে বলেৰে খুৱালে, কিন্তু নিজে খুদ কণ এটিও মুখত নিদিলে। এইবাৰ আকৌ বাছৰ সময়লৈ বাট চালে। কিন্তু বেছিপৰ বাট চাব লগা নহল। এখন এক্সপ্ৰেছ চিঠি আহিল। বঙ্কিমে লিখিছে ঃ পূজনীয়া মা, এইবাৰৰ পূজাত ঘৰলৈ যাম বুলিও যাব নোৱাৰিলোঁ। এটা কথা আপুনি (বঙ্কিমে মাকলৈ চিঠিত আপুনি বুলি লিখে, এনেয়ে তই বোলে যদিও।) গম পাইছে বোধহয়, দীপ্তিৰ দেউতাকে প্ৰমোচন পাই নলবাৰীলৈ বদলি হৈছে। আমি নলবাৰী আজিলৈকে দেখা নাই। দীপ্তিৰ মাক-দেউতাকেও ববকৈ মাতিলে। তালৈকে যোৱাটো ঠিক কৰিলোঁ। এসপ্তাহমান তাত থাকিম। চিঠি তালৈকে

দিব ; এড্ৰেছ দিছোঁ।···আৰু কিবা সেৱা গ্ৰহণ কৰা আদি লিখিছিল— খণ্ডতে আৰু নপঢ়িলে প্ৰভাৱতীয়ে। চিঠিখন মুচৰি মজিয়াত দলিয়াই পেলাই দিলে। তাৰ পিচত উচুপি উচুপি কান্দি ৰাতিপুৱা নিজেই পাৰি থৈ যোৱা অপৰাজিতা ৰঙৰ বিচনাখনৰ ওপৰত যি শুলে গধূলিলৈকে নুঠিলে। ৰামুৱে লেম্প এটা জলাই থৈ গ'লহি এবাৰ। এবাৰ তেওঁ উঠি আহি গোসাঁই ঘৰৰ চাকিটো জলাই থৈ আকৌ পৰি থাকিল গৈ। ৰামুৱে সেই ৰাতি ভাওনা চাবলৈ যোৱাৰ কথা ভাবিছিল—নহলে টাউনত চলি থকা ৰামলীলা। কিন্তু মাই এনেকুৱাখন কৰি থাকিলে আৰু ক'ত ভাওনা চাবলৈ যোৱা হ'ব। তাৰ এই আশাত পানী ঢলা বাবে বঙ্কিমৰ ওপৰতো এটা খং উঠিল।

ৰাতি মিনতি আৰু শাহুৱেকে আহি বলেৰে প্ৰভাৱতীক কিবা দুটামান খুৱাই থৈ গ'লহি।

পিছদিনা ৰাতিপুৱাও প্ৰভাৱতীয়ে সোনকালে সাৰ পালে। আগদিনাৰ দৰে আৰু শেৱালি বুটলিবলৈ বিচনাৰ পৰা উঠি নগ'ল। দেৰিকৈ বিচনাৰ পৰা উঠি প্ৰভাৱতী বঙ্কিমহঁতৰ কোঠাটোলৈ গ'ল। খিড়িকীবোৰ ৰাতি খোলা হৈয়ে থাকিল্। মাজৰ টেবুলত সজাই থোৱা শেৱালি ফুলখিনি থালখনত মৰহি চেপেটা লাগি পৰিল। বেলুন কেইটাই যেন প্ৰভাৱতীক উপহাস কৰি বতাহত নাচিবলৈ ধৰিছে। জোৰেৰে প্ৰভাৱতীয়ে সেইকেইটা চিঙি পেলালে। হঠাৎ মিনতিহঁতৰ ঘৰত চৰক্ চৰক্ চোতাল সৰাৰ শব্দ শুনা গ'ল। খিড়িকীৰ কাষত থিয় হৈ চালে মিনতিয়ে চোতাল সাৰিছে।

এইজনী মিনতিকে আৰু তাৰ কথা শুনি তেওঁ আৰু বঙ্কিমে বিয়া কৰাবলৈ ভয় কৰি দীপ্তিক বিয়া কৰাইছিল। ঈশ্বৰৰ কি ইচ্ছা এই মিনতিয়েই এতিয়া তেওঁৰ বিপদৰ সহায় হৈ ওচৰত আছেহি। প্ৰভাৱতীৰ বুকুখন গধুৰ গধুৰ লাগিল, দুৱাৰ মেলি ওলাই যাবৰ মন নগ'ল। আকৌ আহি নিজৰ বিচনাখনত দীঘল দি পৰি থাকিল প্ৰভাৱতী।

অসম বাতৰি
অক্টোবৰ '৬৪

# সুচিত্ৰাৰ সপোন

ৰাতি গভীৰহৈ আহিছে। সুচিত্ৰাৰ চকুৰপতা একোবাৰত ক'ব নোৱাৰাকৈ জাপখাই পৰিছে। কাণখন সজাগ হৈ আছে। কোন মুহূৰ্ত্তত 'চিত্ৰা এগিলাচ গৰম পানী লৈ আনা' বুলি শাহুৱেকে চিঞৰি উঠে তাৰ কোনো ঠিকনা নাই। ওচৰৰ কোঠাত মাজে মাজে ৰাতিৰ নিৰ্জনতা ভেদ কৰি হাঁহিৰ জোৱাৰ উঠে আকৌ নাইকিয়া হয়। তাত তাইৰ শহুৰেক, শাহুৱেক, ৰৰজনাক দীপক, ননদ আৰতি, জেশাহুৱেক মিনতি আৰু তাইৰ গিৰিয়েক ৰূপক আছে। কালিলৈ ৰবিবাৰ, সকলোৰে অফিচ, কলেজ বন্ধ। গতিকে এওঁলোকৰ তাচখেলা শেষ হ'বলৈ আৰু কমেও দুঘণ্টা বাকী আছে সুচিত্ৰাই ভাবি পালে। জাক অৰ্থাৎ দীপকৰ ঘৈনীয়েক ৰূপাই ল'ৰা দুটাক শুওৱাৰ চলতে নিজেও বিচনাত বাগৰি আছে। হয়তো লেপৰ উমৰ মাজত মধুৰ সপোন দেখিছে তেওঁ। ৰূপা বাইদেউৰে আৰাম। হবই, তেওঁতো তাইৰদৰে সাধাৰণ মেট্ৰিকপাছ নহয়— তেওঁ এম্, এ, পাছ। ওচৰৰ ছোৱালী কলেজত গিৰিয়েকৰে সৈতে একেলগে চাকৰি কৰি ঘৰলৈ আৰ্জনৰ টকা আনে গতিকে তেওঁক সকলোৱে সমীহ কৰি চলে। ৰূপা বাইদেৱে ৰাতিপুৱা দেৰিকৈ শুই উঠিলেও কাৰো আপত্তি নাই। তাই উঠা পাঁচ বজাতকৈ অকনমানো যদি ইফাল-সিফাল হয় চাবিফালৰপৰা চাৰিখন

মুখে গুজৰি উঠিব। ৰূপা বাইদেৱে ক'ব ঃ মোৰ আৰু দীপকৰ কলেজ আছে, তুমি যদি ইমান দেৰিকৈ শুই উঠা চাহ কৰিবা কেতিয়া আৰু ভাত কৰিবা কেতিয়া ? নিজৰ দায়িত্ব সকলোৱে বুজিব লাগে নহয়। ননদ আৰতি আৰু গিৰিয়েকৰ ঘৰৰপৰা আহি থকা মিনতি বাইদেৱে ক'ব ঃ কেতিয়াবাই উঠি চাহখাম চাহখাম কৰি বৈ আছোঁ তুমি ইমান দেৰিকৈ উঠা কিয় ? তাই তেতিয়া কয় ; মোৰ কাৰণেযে বাটচাই আছা চাহৰ ডেগ্‌চীটো গেছৰ জুইকুৰাত তুলি দি চাহ কাপ কৰি খালে তোমালোকৰ হাতখন চিগিবনে ? কিন্তু সেয়া তাই মনতেহে কয়, মুখেৰে তাই তেওঁলোকৰ কথাত কোনো দিন মাত নামাতে। এদিন শাহুৱেকৰ কথা এটা তাই সহ্য কৰিব নোৱাৰি এষাৰ মাত মাতিছিল। তাৰ ফলস্বৰূপে পাইছিল তাই গিৰিয়েক ৰূপকৰপৰা শাৰীৰিক শাস্তি। তেতিয়াৰপৰা তাই বোবা হবলৈ যত্ন কৰিছিল। সচাঁকৈ তাই বোবা হৈ গৈছিল। কোনো দিন কাৰো কথাত তাই মাত মতা নাই। ঘৰখনৰ ভিতৰত বন্দীহৈ তাই দিনৰ পিচত দিন গেবাবি থাটি দিন অতিবাহিত কৰিছে। তাইৰ বিয়া নোহোৱা হলে কি বেয়া হ'লহেঁতেন! নিজৰ ঘৰত থকা হ'লে তাই এতিয়া মাকৰ বুকুৰ মাজত কুচি মুচি সোমাই থাকিলহেঁতেন। তাইৰ বয়সেইবা কিমান হৈছে ? তাইৰ লগৰ কমলা, কবিতাহঁতে দেখোন এতিয়াও ফ্ৰক পিন্ধি সৰু ছোৱালী হৈ আছে। তাইৰ মাক বাপেকে বাৰু গম পাইছেনে ঘৰত গধূলিতে টোপনি যোৱা চিত্ৰা জনীয়ে শহুৰেকৰ ঘৰত সকলোকে ভাত সজাই দিবলৈ এই ৰাতি দুপৰ বোন্দাপৰ দি বহি আছে! নাই, বাপেক মাকৰ গাত একো দোষ নাই। তাইৰ ভালৰ বাবেই তেওঁলোকে তাইক মেট্ৰিক পাছ কৰাৰ লগে লগে বিয়া দিলে। বুকুৰ মাজত সদায় লৈ থাকিবলৈ তেওঁলোকৰতো অকল সুচিত্ৰাই নাই। সুচিত্ৰাৰ পাচতো আৰু তাইৰ পাঁচজনী ভনীয়েক আছে। তেওঁলোকৰ অবিহনে সিহঁতৰ

দায়িত্ব লবলৈকো এটা ককায়েক নাই। গতিকে মেট্ৰিক পাছকৰি উঠাৰ পিছতে সুচিত্ৰাৰ বিয়া ঠিক হ'ল ৰূপকৰ লগত। সকলোৰে গৈ এদিন তাইক চাই আহিল। স্কুটাৰত উঠি এদিন ৰূপকো গ'ল। ৰূপকক দেখিতো তাইৰ ভাল লাগিছিল। মনে প্ৰাণে তাই ৰূপকক গ্ৰহণ কৰিছিল। বিয়াৰ আগতে চিত্ৰাৰ নিজকে কোনোবা ৰাজকুঁৱৰী যেন লাগিছিল। ৰূপক নামৰ ৰাজকোঁৱৰৰ সৈতে পক্ষীৰাজ— ঘোঁৰাত উঠি কোনোবা অজান পুৰীলৈ যেন তাই ঢাপলি মেলিব। কিন্তু কল্পনা আৰু বাস্তৱ ইমান অমিল! দুবছৰ হৈ গ'ল তাইৰ বিয়া হোৱা—এই দুবছৰত তাই কোনোদিন ৰূপকৰ সৈতে অকলে কেনিও যাবলৈ পোৱা নাই। কেনিবা গ'লে লগত শাহুৱেক যায়, নহলে ননদ আৰতি। তাইৰ মন যায় কেৱল ৰূপকক লগত লৈ নদীৰ পাৰলৈ যাব—নদীৰ পাৰত শিলত বহি দূৰণিৰ গধূলিৰ আকাশ চাই সিহঁতে মনে মনে সপোন ৰচিব। এদিন ক'লত ৰূপকে তাচ্ছিল্যৰ হাঁহিৰে উত্তৰ দিলে: মাহঁত আছে, আৰতি আছে তেওঁলোকৰ লগতে যাব পাৰা, তোমাৰ সৈতে আকাশ চাই সপোন ৰচিবলৈ মোৰ মুঠেই সময় নাই চিত্ৰা। ৰূপকৰ কঠোৰ মনটোৰ উমান পাই চিত্ৰা উচাপ খাই উঠিছিল। তাই ৰূপকৰ কেৱল শয্যা-সঙ্গিনী? অভিমানত তাইৰ চকুৰপতা তিতি উঠিছিল-কোমল বুকুখন বৰকৈ কঁপি উঠিছিল।

ঘৰখনত আৰতি নিজক লৈ ব্যস্ত। তাইৰ চিন্তাৰ ভিতৰত প্ৰতিমাহে ককায়েকহঁতৰপৰা কেনেকৈ একোখন শাৰী উলিয়াব পাৰি সিয়েই প্ৰধান। নতুন নতুন শাৰী পিন্ধি বান্ধৱীসকলৰ চকুত চমক লগোৱাটোৰেই তাইৰ বাহাদুৰী। কিন্তু চিত্ৰাৰতো সেই বিয়াৰ কাপোৰ কিসাজেই যি— বিয়া সবাহলৈ সদাই একে কিসাজ কাপোৰ পিন্ধি-পিন্ধি তাইৰ আৰু আমনি লাগিছে। কোনে-ওতো ভবা নাই তাইক এসাজ কাঁপোৰ দিব লাগে। পয়চাৰতো অভাৱ নাই। ৰূপকে ব্যৱসায় কৰে। সিদিনা বায়েক মিনতিয়ে

ভায়েকৰ পৰা তিনিশটকীয়া শাৰী এখন লৈছে—কোনেও নাভাবিলে চিত্ৰাকো এখন নতুন কাপোৰ দিব লাগে। এই মিনতি বাইদেউ-জনীক তাইৰ অকনো ভাল নালাগে। তাইৰ বাবে অকনো নভবাৰ বাবে নহয়— গিৰিয়েকৰ ঘৰৰপৰা মাজে মাজে গুচি অহাৰ বাবেহে। তাইৰোতো মাজে-মাজে মাক-দেউতাকৰ বুকুৰ মাজলৈ গুচি যাবৰ মন যায়—কিন্তু তাই যাব নোৱাৰে। কিয় যাব নোৱাৰে? তাইৰ মাক-বাপেক দুখীয়া বাবে? তাই মিনতি বাইদেউৰ দৰে বেছি পঢ়া নহয় বাবে? এইবোৰ একো নহয়। গিৰিয়েকৰ লগত তাইৰ এটা আত্মিক সম্বন্ধ গঢ়ি উঠিছে। আৰু তাই ৰূপককযে খুব ভাল পায়। ৰূপকক তাই কেতিয়াও এৰি যাব নোৱাৰে। মিনতি বাইদেৱে প্ৰায়ে গিৰিয়েকৰ লগত কিবা খুটখাট লাগি মাকৰ ঘৰলৈ গুচি আহে। তেওঁৰ দুটা ল'ৰা। সিহঁত বাহিৰত হোষ্টেলত থাকে। গিৰিয়েকৰ ঘৰৰ অৱস্থাও ভাল। কি কাৰণেযে গিৰিয়েকৰ লগত ভাল নাই তাই ভাবিব নোৱাৰে। মাজে মাজে অৱশ্যে মিনতি বাইদেৱে বাৰান্দাৰ ৰ'দত বহি মাকৰ পকাচুলি বাছোতে গিৰিয়েকৰ ঘৰৰ কিবা বদনাম গোৱা তাই দূৰৈৰপৰা শুনিছে। সেইখন ঘৰৰ কি বদনাম গাবলগীয়া আছে তাই ভাবি নাপায়। এবাৰ তাই শাহুৱেকৰ লগত মিনতি বাইদেউৰ ঘৰলৈ গৈছিল। বোৱাৰী আৰু নবৌ বুলি মৰমত পমি যোৱা মিনতি বাইদেউৰ শাহুৱেক আৰু ননদেক কেইজনী লগ পাইছিল। তেওঁলোকে মিনতি বাইদেউক ইমান মৰম কৰে। এইখিনি মৰম যদি তাই পালেহেঁতেন এইখন ঘৰত। মৰম অৱশ্যে নোপোৱা নহয়। চাকৰিৰপৰা অৱসৰপ্ৰাপ্ত শহুৰেকৰপৰা তাই কেতিয়াবা মৰমৰ মাত পায়। ঃ বোৱাৰী তোমাৰ গা-ভাল নহয়নেকি? মুখখন কিয় ইমান শুকান? চাওঁ বোৱাৰী আজি তুমিও আহাচোন আমাৰ লগত তাচকে খেলাহি-কিমাননো পাকঘৰতে সোমাই থাকা! কিন্তু লগে লগে শাহুৱেকে চিঞৰি উঠিব: গোটেইখন তাচত বহিলে কেনেকৈ হ'ব? চাহ-ভাতৰ যোগাৰ

কোনে কৰিব ? মইতো ইমানদিন ৰান্ধনিঘৰ চম্ভালিলো। এতিয়া বোৱাৰীহঁত আছে। বোৱাৰীহঁত মানে কেৱল চিত্ৰাকে বুজাইছে। ৰূপা বাইদেউ পাকঘৰলৈ কেতিয়াও নাযায় সদায় কলেজৰ পঢ়া আওঁৰাব লাগে। ৰূপা বাইদেউৰ ওপৰত তাইৰ কোনো অভিযোগো নাই। তেওঁ সদাই নিজৰ মতেৰে নিজৰ পথত চলি থাকে কেতিয়াবা কেৱল নিজৰ একোটা মন্তব্য প্ৰকাশ কৰিয়েই ক্ষান্ত থাকে তেওঁ। যেনে মাহেকৰ বাবে আনি থোৱা মিঠাতেল খিনি যদি মাহটো পূৰ হ'বলৈ চাৰিদিন বাকী থাকোতেই শেষ হয় তেতিয়া ক'ব: খৰচ কৰিবলৈ বৰ সহজ চিত্ৰা, কষ্টখিনি ঘটা মানুহে হে বুজে। অথচ সেইখিনি তেল খৰচ ৰূপাবাইদেউৰ ফৰমাচতে হ'ব। কোনোবা দিনা ঠাণ্ডা কালি বেলিটো দেখিবলৈ নাইকিয়া হয়। বাহিৰত ফেৰফেৰিয়া বতাহ বৰকৈ বলিবলৈ লয়—সেইদিনা ৰূপা বাইদেৱে ক'ব: চিত্ৰা ভালকৈ জ্বলা—ধনীয়া দি অলপ পকৰীকে ভাজাচোন। পকৰী ৰূপা বাইদেউৰ বৰ প্ৰিয়—অলপ ঠাণ্ডা বতৰ পৰিলেই তেওঁ বনাবলৈ আদেশ দিয়ে। ৰূপা বাইদেৱে যি ইচ্ছা কৰে চিত্ৰাই তাকে বনাই খুৱায়। ৰূপা বাইদেউৰ ঘৰখনৰ বাবে কিমান চিন্তা! কেৱল পুৰুষৰ আৰ্জনেৰেতো আজিকালি ঘৰ নচলে! অৱশ্যে ৰূপা বাইদেৱে দৰ্মহা পোৱাৰ পাচত নানান দামী দামী কস্-মেটিক্স আৰু শাৰী কিনাও তাই দেখে। ৰৰজনাক দীপকে অৱশ্যে দৰ্মহাখিনি আনি মাকৰ হাতত দিয়া তাই দেখিছে। গিৰিয়েক ৰূপকে ব্যৱসায়ৰ টকা ব্যৱসায়তে লগায়। মাজে মাজে অৱশ্যে মাকৰ হাতত কিছু টকা দিয়ে। তাইৰ কিবা প্ৰয়োজনীয় খৰচ-পাতি থাকিব পাৰে বুলি ৰূপকে কোনো দিনে ভবা নাই। প্ৰয়োজনীয় বস্তুটো শাহুৱেকৰপৰা খুজি ল'বৰ সময়ত তাইৰ ইমান লাজ লাগে!

তাইৰ শাহুৱেকক মাজে মাজে ভাল লাগে। মাজে মাজে বৰ বেয়াও লাগে। তাইৰ শাহুৱেক এগৰাকী প্ৰগতিশীলা মহিলা

বুলি বাহিৰত নাম আছে। মহিলা সকলযে কাৰো পদদলিত নহয় সেই বিষয় লৈ তেওঁ কাগজত মাজে সময়ে সুন্দৰ প্ৰবন্ধ লিখে। মাজে সময়ে ৰেডিঅ'ৰ প্ৰগ্ৰেমত তেওঁৰ সেই বিষয়ে বক্তব্য শুনিবলৈ পোৱা যায়। সেই মহিলা সকলৰ ভিতৰত চাগে চিত্ৰা পৰা নাই! তেওঁ বৰ্ণবিদ্বেষৰ ঘোৰ বিৰোধী। কিন্তু জীয়েক আৰতিয়ে যেতিয়া বেলেগ জাতৰ ল'ৰা এটাৰ লগত মন দিয়া নিয়াৰ কাৰবাৰত ধৰিছিল—ছুদিনতে সেই ল'ৰাক তেওঁ দূৰণিলৈ বদলি কৰোৱাইছিল। যাৰে তাৰে হাতে খাবলগীয়া হ'ব পাৰে বুলি তেওঁ ঘৰৰ বাহিৰত পৰাপক্ষত একো নাখায়। চেহেৰাটোও তেওঁৰ ধুনীয়া। তথাপি কেতিয়াবা এই ধুনীয়া মুখখন তাইৰ বৰ কদৰ্য্য লাগে। দৰিদ্ৰৰ প্ৰতি এই মহিলাগৰাকীৰ ব্যৱহাৰ বৰ নিষ্ঠুৰ। প্ৰথম বোৱাৰী হৈ চিত্ৰাই যেতিয়া এদিন এজনী মাগনীক কিছু চাউল দিবলৈ ওলাই গৈছিল তেতিয়া তেওঁ চিত্ৰাক কৈছিল: ইহঁতক ইমান লাই নিদিবা। চাউল দিলে ইহঁতে পিন্ধিবলৈ কাপোৰ খুজিব। কাপোৰ দিলে মূৰত ঘঁহিবলৈ অকন নাৰিকল তেল খুজিব। তেলদিলে ঘৰত থৈ অহা কেঁচুৱাটোলৈ এটা ফটাচোলা বিচাৰিব। যোৱা একো নাই বুলি পঠাই দিয়াগৈ। চিত্ৰাই চাউল খিনি ওভোতাই নি থৈ দিলেগৈ। মুখেৰে শাহুৱেকক কিবা ক'ব খুজিও তাইৰ কেৱল ওঠ কেইটাহে সামান্য কঁপিলে। তুখীয়াক ইমান নিষ্ঠুৰ ব্যৱহাৰ কৰিবপৰা এই মহিলা গৰাকীৰো কিন্তু বানপানীৰ পিচত দুৰ্গত মানুহবিলাকৰ দুখত চকুত টোপনি নাইকীয়া হয়। ৰাতিক দিন কৰি মহিলা অনুস্থানৰ যোগেদি পয়চা, অন্ন আৰু বস্ত্ৰ সংগ্ৰহ কৰি গাঁৱে গাঁৱে বিলাই ফুৰে। দৰিদ্ৰ দুৰ্গত জনসাধাৰণলৈ বতৰৰ এই দৰদখিনি দেখি চিত্ৰা কেতিয়াবা আচৰিত হয়। এই দৰদৰ কাৰণটো অৱশেষত চিত্ৰাই বুজি পায় যেতিয়া তেওঁলোকে কৰা এই সাহায্যৰ খবৰ বাতৰি কাকতত ভালদৰে পৰিবেশন নকৰাৰ বাবে সাংবাদিকক অভিযোগ কৰে। যেন বাতৰিৰ বাবেই এই দৰদ!......

বাহিৰত মেকুৰী এটাই নিগনি এটা খেদি নিয়াৰ শব্দত চিত্ৰা উচাপ খাই উঠিল। তাই ঘড়ীলৈ চালে এক বাজিবলৈ আৰু পাঁচমিনিট বাকী। বহুত নিশা হ'ল। তাইক টোপনি আৰু ভোকে বৰ আমনি কৰা যেন লাগিল। তেওঁলোকক নিদিয়াকৈ ভাত খাবও নোৱাৰি। ঘৰৰ বোৱাৰী যেতিয়া সকলোকে খুৱাইহে নিজে খাব পাৰিব। তাই পাকঘৰলৈ সোমাই গ'ল। গেছৰ ষ্ট'ভটো জ্বলাই ভাত-আঞ্জাবোৰ জুইৰ ওপৰত তুলি দিলে আৰু হয়তো অলপ পিচতে তেওঁলোকে ভাত খাম বুলি ক'ব। ভাতখিনি টেবুলত সজাই দিয়া অকণ দেৰি কৰিলেও গিৰিয়েকৰ ঘৰৰপৰা আহি থকা মিনতি বাইদেৱে দায়িত্বহীনা বুলি কথা শুনাব। তাই লাহে লাহে কামখিনি কৰি পুনৰ পাকঘৰৰপৰা নিজৰ কোঠালৈ সোমাই গ'ল। অতিপাত ঠাণ্ডা পৰিছে। তেওঁলোকলৈ বাট চাই চাই তাইৰ হাতভৰিবোৰ শিলযেন চেঁচা পৰিছে। তেওঁলোকৰ কোঠাৰফালে উমান ললে। নাই তেওঁলোক তাচৰ পাতৰপৰা উঠাৰ কোনো লক্ষণেই নাই। এক অপ্ৰকাশিত খং আৰু ক্ষোভত তাই নিজৰ বিচনাখনৰ ওপৰত ভৰি কেইটা তুলি বহি পৰিল। বিচনাত পৰিলে তাইক এতিয়াই টোপনিয়ে হেঁচামাৰি ধৰিব, কিন্তু তেওঁলোকক্যে এতিয়াও ভাত দিবলৈকে আছে। তথাপি তাইৰ চকুৰ পতাকেইখন জাপখাই আহিছে। তাইৰ ইমান আমেজ লাগিছে। তাইৰ টোপনি আহিছে। এই টোপনিৰ বাবেই তাই কিমান সময় বাট চাই আছে!

তাইৰ সঁচাকৈ টোপনি আহিল। তেওঁলোকৰ তাচখেল বন্ধ হ'ল। ৰাতি দুটা বাজিছে। সকলোৱে আহি তাইৰ কোঠাৰ দুৱাৰ মুখত থিয় দিছেহি। মিনতি বাইদেউ আৰু শাহুৱেকে তাইক বকিবলৈ আৰম্ভ কৰিছে।

: শুবৰ হ'লেই নে? ইমান টোপনি কিয়?

: মা, বাইদেউ তোমালোকে মোক আমনি নকৰিবা, মোৰ আজি বৰ ভাগৰ লাগিছে। মোৰ বৰ টোপনি ধৰিছে।

ঃ ভাগৰ লাগিছে ! কি এনে কামথন কৰিছা ভাগৰ লাগিবলৈ ! চিত্ৰাই টোপনি গধুৰ চকুকেইটা খোঁপা কৰি দৃঢ়ভাৱে উত্তৰ দিলে ঃ কি কাম মই কৰা নাই ! মই আপোনালোকৰ বান্দীনেকি ? সকলো কামেইতো মই কৰিছোঁ। বজাৰ কৰিবলৈ গৈ পোন্ধৰটা পইচা খোৱা বাবে বনকৰা ল'ৰাটো খেদাই দিলে। এতিয়াতো বনকৰা ল'ৰাৰ কামৰপৰা পাকঘৰৰ কাম সকলো ময়েই কৰি সকলোকে খুৱাইছোঁ। ৰাতিপুৱা ঘৰ চাফা কৰিছে কোনে ? আৰতি, তাই ইমান ডাঙৰ ছোৱালী—তাই মোক অকণমান সহায় কৰিও দিব নোৱাৰেনে ? কেতিয়াবা দেখোন তাইৰ কাপোৰ কেইটাও কলেজলৈ দেখি হৈছে বুলি বাথৰুমত মোলৈ পেলাই থৈ যায় ! মা-আপোনাৰ মই কি কাম কৰি দিয়া নাই ? কেতিয়াবা কঁকালো দেখোন মালিচ কৰি দিছোঁ। দেউতা, দাদা, আপোনালোকে কওকচোন মোৰবাদে আপোনালোকক কোনোবাই একাপ চাহো আজি কালি কৰি খুৱাইছেনে ? যাওক আজি মই শুঠোঁ বুলিছোঁ শুঠোঁ। চকু মুদিয়েই তাই দুৱাৰখন সজোৰে শব্দকৰি বন্ধ কৰি দিলে। দুৱাৰৰ সিপাৰে আটাইবোৰে ইটোৱে সিটোৰ মুখলৈ চাই কলে ঃ পাগলী হৈছেনেকি ? হঠাৎ তাই সাৰপাই উঠিল। কাষত থিয় হৈ ৰূপকে কৈছে ঃ কাকো ভাতপানী নিদিয়াকৈ এনেকৈ শুই থাকিবলৈ তুমি ইমানখিনি সাহ পালা কেনেকৈ ?

চকু কেইটা মোহাৰি মোহাৰি তাই উত্তৰ দিলে ঃ ইস্ মোক ক্ষমা কৰিবা। ইমানযে টোপনি আহিল হঠাৎ, আৰু কিবোৰযে সপোন দেখিলোঁ ! ৰূপকৰ কোনো উত্তৰলৈ বাট নাচাই বিচনাৰপৰা নামি তাই ধীৰে ধীৰে পাকঘৰলৈ সোমাই গ'ল। যাওঁতে বেৰৰ ঘড়িটোলৈ বেঁকাকৈ চাই গ'ল—দুই বজাত ঘণ্টাৰ কাঁটাডাল তেতিয়া স্থিৰ হৈ ৰৈ আছিল।

অনির্বান
১৯৭৯

# বন্ধ বতাহ

ৰবীনে চাহটোপা খাওঁতেই শান্তিয়ে চিঠিখন উলিয়াই আনিলে। মুখত প্ৰসন্ন হাঁহি শান্তিৰ। চিঠিখনৰ কাৰণেই। মাকে লিখিছে—শান্তিৰ ভনীয়েক মণ্টীৰ বিয়া পাতিছে, এমাহমানৰ আগতেই যাতে তাই যায় ঘৰলৈ। ৰবীনৰ কপালখন কিছু কোঁচ খাই গ'ল। তথাপি চাহ খাই খাইয়ে কলে: পঢ়াচোন কি লিখিছে শাহুৱে। শান্তিয়ে উৎসাহেৰে পঢ়ি গ'ল: কল্যাণীয়া শান্তি, আশাকৰো তইঁত ভালে আছ। আমাৰো ভাল। মণ্টীৰ দৰা এটা ঠিক হ'ল। বিয়াখন আৰু এমাহৰ পিচতে পৰিছে। তই এই সপ্তাহৰ ভিতৰতে আহিবি বুলি বাট চাই আছোঁ। তই সোনকালে আহিলে ভাল হয়। ঘৰৰ পৰা কাকো পঠাব নোৱাৰিম বোধহয়। সেইবাবে তই শ্ৰীমান ৰবীনৰ লগতে আহিবি। তেওঁ দুদিনমানৰ ছুটী লৈ আহিব নোৱাৰিব জানো? তোক থৈ যাবগৈ। আকৌ বিয়াত আহিব। ........ শেষৰ চাহঢোক গিলি ৰবীনে সুধিলে: কেতিয়াকৈ যাবলৈ কৈছে?

: এই সপ্তাহৰ ভিতৰতে।

: এই সপ্তাহৰ ভিতৰতে কেনেকৈ, যাওঁ? হাতত যে টকা তেনেই কম আছে। বিয়াতোতো কিবা এটা দিব লাগিব।

: বিয়াত দিয়াৰ কথা চিন্তা কৰিব নালাগে বাৰু। মোৰ বিয়াতে উঠা কেইবাটাও আঙঠি আছে। নিপিন্ধাকৈয়ে আছে, তাৰে এটা দি দিম। তোমাৰ ওচৰত টকা তেনেই কম আছে নেকি? কিমান আছে বাৰু? : মাত্র পঞ্চল্লিছ টকামান আছে। : হ'ব দেখোন, যোৱা খৰচটোহে লাগে। থাৰ্ড ক্লাছত যাম। বিশ টকামানহে পৰিব ছুয়োটাৰে ভাৰা।

: তোমাৰ এনেকুৱা অৱস্থাত থাৰ্ডক্লাছত যাব নালাগে। ব'ৰ কষ্ট পাবা। চেকেণ্ড ক্লাছত যাবলৈকো টকাই কোনোমতেহে হ'ব— তাৰোপৰি ৰিক্সাভাৰা, বাটত খোৱা– এইবোৰ বাহিৰা খৰচ আছেই। কথাষাৰ কৈ ৰবীনে চিন্তা কৰিলে। শান্তিয়ে কলে : ইস্ চিঠিখন কালিয়ে পোৱা হ'লে মোৰ টনিক ছুটা নিকিনিলোহেঁতেনেই।

: শান্তি, তোমাক মোৰ কেৱল এইটো কাৰণেই বেয়া লাগে। সদায় টকাই নাটিলে কেৱল তোমাৰ বস্তু নিকিনাৰ কথা ক'ব জানা। ময়োতো ছুপৰীয়া কেন্টিনত চাহ খোৱাটো বাদ দিয়াৰ কথা ক'ব পাৰোঁ।

: টকাই নোজোৰে বাবেহে কৈছোঁ। —শান্তিৰ চকুজুৰি আনন্দ আৰু বেজাৰৰ ৰেঙনিয়ে ঢাকি ধৰিলে। লাহে লাহে শান্তিয়ে কাপ প্লেট কেইযোৰ সামৰি নাদটোৰ পাৰলৈ গ'ল। এই সময়ত ৰবীনে বিচনাত বাগৰি ভাবিলে— কি ছুৰ্ভাগ্য। আজি প্ৰিমিয়ামৰ টকা কেইটা পঠোৱাৰ পিচতহে চিঠিখন আহি পাব লাগেনে? কালিয়ে চিঠিখন পোৱা হ'লে প্ৰিমিয়ামৰ টকা ছুদিনমানৰ পিচতো পঠাব পাৰিলোহেঁতেন। তথাপি তিনিমাহমানৰ কেছ-এলাৱেন্স পোৱা নাই। কালিলৈ হেডমাষ্টৰক কৈ চাব লাগিব—টকা কেইটামান এড্-ভাঞ্চ দিবলৈ। যিহে মানুহ কেতিয়াও নিদিয়ে— ফাণ্ডত টকা নাই বুলি ক'ব। তথাপি সুধি চাব লাগিব। মনতে এটা সমস্যাৰ সমা-ধান কৰি লৈ ৰবীন শান্তিৰ ওচৰলৈ গ'ল। কি সুধিব একো কথা ভাবি নাপাই ভায়েকৰ কথাকে সুধিলে : শান্তি, নগেনৰ টকা পোৱা

ৰচিদখন আছিলনে ? : আছিল। কথাষাৰ কৈ কৈয়ে আলনাৰ পৰা স্কাৰ্ফখন গাত পেলাই ৰবীনক কলে : ব'লা বাহিৰৰ বাৰাণ্ডাত্তে অকণ বহোঁগৈ। দুখন চকী শান্তিয়ে বাৰাণ্ডালৈ উলিয়াই আনিলে। বহুতপৰ মনে মনে বহি থকাৰ পিচত ৰবীনেই কলে : তেন্তিয়াহলে অহা শনিবাৰেই ওলাবা এক্সপ্রেছ ট্রেইনত। ৰাতিপুৱা উঠিলে গধুলি পামগৈ। দেওবাৰে মই ঘুৰি আহিলে সোমবাৰে স্কুল কৰিব পাৰিম।

শুকুৰবাৰে দুয়োটাই ভাবিলে বেডিংখন নিবনে নিনিয়ে। নাই—নিব লাগিব, ইমান দীঘল যাত্রা শুই যাবলৈ নাপালে শান্তিৰ গাটো ভাল নালাগিব। ৰবীনৰ কথা বেলেগ। পুৰুষ মানুহ। বিচনাখন ৰবীনে বান্ধিলে। আগদিনাখনেই শান্তিয়ে এটা ট্রাংকত জোৰে মানে বস্তু ভৰাই ললে—টনিক্ দৰবৰ পৰা মেখেলা চাদৰলৈকে। শনিবাৰে পুৱা চাৰিটাতে উঠি বাটত খাবলৈ দুখন-মান লুচি, দুটা সিজোৱা কণী আৰু এটা সৰু বটলত অকণমান পুৰণি নেমুৰ আচাৰ ভৰাই ললে। শান্তিৰ ভাল লাগিল। বহুত দিন ঘৰলৈ নোযোৱাকৈ আছিল। অকলে ৰবীনক এৰি থৈ যাবলৈ শান্তিৰো ভাল নালাগে। এইবাৰ তেও মণ্টাৰ বিয়াখনকে ওলাল — আইৰো বাৰ্ত্তা, গঙ্গাৰো যাত্রা। ৰবীনৰ কিবা মন নাযায়নেকি শান্তিক কেনিবা ফুৰাবলৈ নিবলৈ। কিন্তু ইচ্ছা গ'লেইতো নহয়। গতিকে শান্তিয়েও কোনোদিনে ৰবীনক একো নকয়। তাই সকলো বুজে। জীৱনত যি পাইছে, শান্তি তাতে সন্তুষ্ট। নোপোৱা খিনিৰ কথা ভাবি আক্ষেপ কোনো দিনেই কৰা নাই শান্তিয়ে। মাত্র দুমাহমানৰ আগলৈকে এটা আক্ষেপ আছিল এটা কণমাণি কেঁচুৱা যদি তাইৰ কোলালৈ আহিলহেঁতেন। কিন্তু শান্তিৰ এই আশাটো পূৰ হ'ব বুলি দুমাহৰ আগতে ৰবীন আৰু শান্তিয়ে ডাক্তৰৰ পৰা জানিব পাৰিলে।

পুৱাৰ এক্সপ্রেছ ট্রেইনখনে আধাঘণ্টা পলমকৈ শিমলুগুৰী পালেহি। পুহমহীয়া কুঁৱলি তেতিয়াও বিৰাজমান। কুঁৱলিৰ মাজত

বেলিটো হাঁহকণীৰ কুছমটোৰ দৰে ওপঙি আছে পূব দিগন্তত। কোনোমতে দুয়োটাই ধৰাধৰি কৰি ট্ৰাঙ্ক বেডিংবোৰ চেকেণ্ডক্লাছৰ ডবা এটাত তুলি দি সিহঁতো উঠিল। উঠিয়েই ৰবীনে দুৱাৰ দুখন জপাই হুককেইটা খুৱাই দিলে। বহা চিটটোত অকণমান হাতখন মোহাৰি শান্তি বহি পৰিল: উস্ এতিয়াহে ৰক্ষা! মোৰ যে এই ৰেলত উঠা সময়খিনিত এনে ভয় লাগে— ক'ৰবাত বস্তু, মানুহ থাকি যায় বুলি। কথাষাৰ কৈ শান্তিয়ে হাঁহিলে। ৰবীনে কলে: চাওঁ উঠা, আৰু কোনো নাই যেতিয়া আগতেই চিটটো দখল কৰি লওঁ। ৰবীনে হল্ডঅলটো চিটটোত মেলি দিলে। হল্ডঅ-লটো খুলি দিওঁতে তাৰ পৰা ওলাই অহা দুই-এটা ল্যাম-লাকটু শান্তিয়ে হাতেৰে ভিতৰফালে সুমুৱাই দিলে। বাগখনে গাৰু দুটাই বাহিৰলৈ উলিয়াই শুব পৰাকৈ পাৰি ললে। বস্তুবোৰ ঠিক ঠাইত বাঙ্কত আছেনে নাই আকৌ এবাৰ ৰবীনে চাই ললে। শান্তিয়ে ভৰিৰে সৈতে বিচনাত উঠি বহি লৈ অকণমান ঠাই উলিয়াই দি ৰবীনক মাতিলে: আহাঁ, বহা। লগে লগে হাতখনেৰে কাষৰ ঠাই টুকুৰা মিহি কৰি দিলে। বাতৰিকাকত বেচা ল'ৰা এটাৰ পৰা খিড়িকীৰে হাত উলিয়াই ৰবীনে ট্ৰিবিউন এখন কিনি ললে। ৰেলে দীঘলীয়া উকি দিলে। 'ৰেলখনত আজি ইমান ভিৰ আমাৰ ভাগ্য ভাল বুলিহে অকলশৰীয়া ডবাটোত উঠিবলৈ পালোঁ। হে ভগবান! আৰু কোনো নুঠিলেই হয়।' অদৃষ্ট জনলৈ হাত দুখন জপাই শান্তিয়ে প্ৰাৰ্থনা কৰিলে। ৰবীনে কলে: ৰ'বা, এয়া আৰম্ভণিহে। গোটেই দিনটো আছেই। ৰেলে ষ্টেচন এৰিলে। ৰবীন শান্তিৰ কাষত বহিলহি এজাক চেঁচা বতাহ ডবাৰ ভিতৰলৈ সোমাই আহি শান্তিৰ গাটো কঁপাই তুলিলে। লৰা-লৰিকৈ শান্তিয়ে হল্ডঅলৰ ভিতৰৰ পৰা হেণ্ডলুমৰ স্কাৰ্ফখন উলিয়াই আনি নিজৰ কাণে মূৰে ঢাকি ললে। ৰবীনলৈ কমফৰ্টাৰখন দিলে: ক'ৰবাত অসুখ কৰিব—শুদা চুয়েটাৰটোৰে আছা, এইখন বান্ধি লোৱা ডিঙিত।

এইবাৰ জাৰত এটা কোট কৰোৱাৰ কথা ভাবিও ৰবীনে কৰাব নোৱাৰিলে টকাৰ অভাৱত। কথাটো শান্তিয়ে ঘুলিয়ালে মনত পৰিছিল যদিও। ৰবীনৰো মনত পৰিল এই মুহূৰ্ত্তত। ৰবীনেও মনে মনে সেইটো কথা ভাবিছিল যদিও নভবাৰ ভাও জুৰিয়েই কলে ঃ গুৱাহাটী আমি সন্ধিয়া সাতটাত পামগৈ নহয়?

ঃ যদি ক'ত্তো পলম নহয়। শান্তিয়ে কলে।

ঃ ষ্টেচনৰ পৰা চান্দমাৰীলৈ কিমান পৰিব বাৰু ৰিক্সাত?

ঃ এটকামান ল'ব পাৰে। ৰাতি হলে বেছিও ল'ব পাৰে। ৰবীনে কিবা এটা মনে মনে হিচাব কৰিলে। শান্তিয়ে কলে ঃ মোৰ বৰ টোপনি ধৰিছে আজি সোনকালে উঠা হ'ল নহয়। তোমাৰ ধৰা নাই? লগে লগে শান্তিয়ে উত্তৰলৈ বাট নাচাই ৰাগথন ভুজাপকৰি চিটটোৰ খালি ঠাই টুকুৰাত পাৰি দিলে। গাৰু দুটা বেলেগে থলে ঃ তুমি ইফালে শোৱা মই এইফালে শোওঁ। মুৰ কেইটা একে ঠাইতে থাকিব। ৰবীনে কলে ঃ তুমি শোৱা-চোন মই পিচত শুম। আৰু এটা ষ্টেচন পাই লওঁ কোনোবা উঠিবও পাৰে! তেতিয়া দুৱাৰ খুলি দিব লাগিব।

ঃ থাকা তেতিয়াহলে তুমি দুৱৰী হৈ, মই হলে শুলোঁ। কথাষাৰ কৈয়ে শান্তিয়ে হেগুলুমৰ ক'লা স্কাৰ্ফখন গাত মেলি দি খিড়িকীৰ ফালে মুৰটো ঘূৰাই চকুকেইটা মুদি দিলে। কণীৰ কুহুমৰ দৰে হালধীয়া বেলিটো কুঁৱলিৰ মাজত ওপঙি ৰেলৰ লগে লগে দৌৰি গৈছিল। ৰবীনৰো হামি আহিছিল। এই সময়ত ৰবীনে সদায় একাপ চাহ খায়। আজি সেই পুৰাতে যি খোৱা। বাতৰি কাকতখন জপাই ৰবীনো ইমুৰৰ ৰাগখনৰ ওপৰতে শুলে। মুৰটো থলে শান্তিৰ মুৰৰ কাষত থকা গাৰুটোৰ ওপৰত। শুই থকা শান্তিৰ মুৰত ৰবীনে এনেয়ে হাতখন বুলাই দিলে। ৰঙা অকণমান সেন্দুৰ শান্তিৰ শিৰৰ পৰা তাৰ হাতৰ তলুৱাত লাগি আহিল। শান্তিৰ ভালকৈয়ে টোপনি আহিছে একো গম পোৱা

নাই। বেচেৰীৰ ভাগৰো লাগিব পায়। ৰবীনে ভাবিলে। যাওক শান্তি ঘৰলৈ, দুদিনমান শান্তিৰে থাকি আহকগৈ। সি বিয়া কৰোৱা দুবছৰ হ'ল। এই দুবছৰত সি কিয়েইবা শান্তিক দিব পাৰিছে? অকাৰণ বেজাৰত ৰবীনৰ বুকুখন গধুৰ লাগি গ'ল। এইবাৰ ৰবীনৰো চিলমিলকৈ টোপনি আহিল। ৰেলখন গৈ এটা ষ্টেচনত ৰৈ গ'ল। ষ্টেচনৰ মানুহৰ হাই-উৰুমি, হকাৰ আৰু ভেণ্ডৰৰ কোঢ়ালত শান্তি সাৰপাই উঠিল। এজাক ৰ'দ খিড়িকীৰে আহি শান্তিৰ গাত পৰিলহি। হঠাৎ দুটামান টক্ টক্ টোকৰ আৰু লগে লগে মুঠিৰে মৰা ঢকা দুৱাৰত পৰিল। ৰবীন তেতিয়াও টোপনিত। শান্তিয়ে আঙুলিৰে হেঁচুকি জগাই দিলে: কোনোবাই দুৱাৰ খুলিবলৈ কৈছে। উঠাচোন উঠা। : হুঁ, কোন! ইস্ মোৰ ইমান টোপনি আহিল। হাতখনেৰে চকু দুটা মোহাৰি মোহাৰি ৰবীন উঠি গ'ল। দুৱাৰখন খুলি দিলে। গাৰ্ডজনে এহাল স্বামী-স্ত্ৰীক ডবাত তুলি আঁতৰি গ'লগৈ। লগত অহা বেহেৰাৰ চেহেৰাৰে মানুহটোৱে বস্তু-বোৰ থান্থিত লগাই দিলে। পত্নীয়ে পৰীক্ষামূলক চাৰনিৰে কোঠাটো নিৰীক্ষণ কৰিলে। মানুহটোৱে কলে: চাৰ, বিচনাখন পাৰি দিম? : অঁ দে। তিৰোতা গৰাকীয়ে এবাৰ পিন্ধি অহা বৰফৰ দৰে কোমল বগা ফাৰৰ কোটটোৰ কলাৰটো ডিঙিৰ ওপৰলৈকে ঢাকি দি কলে: কি হ'পলেছ, আগতে খবৰ নিদিলে ফাৰ্ষ্ট ক্লাছৰ ডবা নাথাকে! মাজে মাজে ইস্ আস্ শব্দ কৰি দ্বিতীয় শ্ৰেণীৰ ডবাত খাপ খাব নোৱাৰা কথাষাৰ প্ৰকাশ কৰি আছে। সকলো ঠিক-ঠাক কৰি দি বেহেৰাৰ চেহেৰাৰ মানুহটো নামি গ'লগৈ। স্বামী-জনে ডাৰ্ক চকোলেট ৰঙৰ এযোৰ চুট পিন্ধিছে। দেখাতো সুদৰ্শন। পত্নী গৰাকীও। ফাৰৰ কোটটোৰ তলত থকা অংশ বাদ দিলে বাকী অংশত আঠুলৈকে গুণাৰ বন কৰা পাটৰ মেখেলা আৰু দামী চাদৰৰ আচলটো চকুত পৰিল। হাতত ঘড়িটোৰ বাদেও দুডাল শকত সোণৰ চুৰি। মুখখনো ধুনীয়া। চুলিখিনিৰে ঢিলাকৈ অযতনে

এটা খোপা বান্ধিছে। পত্নীগৰাকীয়ে বেহেৰাৰ চেহেৰাৰ মানুহটোৱে পাৰি থৈ যোৱা বিচনাখনত ভৰি তুলি বহিলে। স্বামীয়ে চাক্ চিক্ কৰি টাৱেলেৰে শব্দ কৰি চিটটোৰ ধূলি আঁতৰাই বহি হাতত লৈ যোৱা "প্লেণ্টাৰচ জাৰ্ণেল"খন মেলি ললে। পত্নীয়েও ৰঙা নীলা বেটুপাতৰ "গুড হাউচ কিপিং" চকুৰ আগত মেলি গাৰুত মূৰ থৈ দীঘলদি পৰিল। 'গুডহাউচ কিপিং'ৰ পাত লুটিয়াওঁতে পত্নীগৰাকীৰ আঙুলিবোৰ লৰচৰ কৰি আছে। দীঘল দীঘলকৈ ৰখা নখত পাতল গোলাপ বৰণীয়া কিউটেক্সে কোমল আঙুলিবোৰ আৰু সুকোমল কৰি তুলিছে। হালেই মানুহে নিজক লৈ ইমান ব্যস্ত যে ওচৰতে সিহঁতৰ দৰে যে এহাল মানুহ আছে সেইটো ভাবিবলৈ অৱসৰ নাই। মনে মনে এবাৰ শান্তিয়ে ৰবীনৰ কাণত মুখখন লগাই কলে: এনেকুৱা সহযাত্ৰী হোৱাতকৈ নোহোৱাই ভাল। ফুচ ফুচাই কলে: প্লেনতে দেখোন আৰাম কৰি যাব পাৰিলেহেঁতেন।

: ধেৎ, মনে মনে থাকা, শুনিব। লাহে লাহে বেলি উঠি আহিছিল। পত্নীগৰাকীয়ে স্বামীলৈ চাই কলে: চাহ একাপ খাব লাগিছিল। ঘড়ীটোলৈ চাই স্বামীয়ে উত্তৰ দিলে : ষ্টেচন এটা পাম এতিয়া। ৰেলখনে ষ্টেচন এটা পালেগৈ। বেহেৰাৰ চেহেৰাৰ মানুহটো সোমাই আহিল। দুয়োটাৰে চাহৰ অৰ্ডাৰ লৈ পুনৰ ঘূৰি আহিল। ডাইনিং-কাৰত ভাতৰ অৰ্ডাৰ দিবলৈ তাক স্বামী জনে কৈ পঠালে।

ৰেলখন চলি থাকোতেই হঠাৎ শান্তিৰ গাটো বেয়া লাগিল। ৰবীনক ওলোমাই থোৱা ফ্লাস্কৰ পৰা ঠাণ্ডা পানী একাপ দিবলৈ কলে।

: উস্ পেটটো ইমান বেয়া লাগিছে। শান্তিয়ে কলে।

: ভাত খাবৰ সময় হ'ল। ভাতৰ অৰ্ডাৰ দিব লাগিব। ৰবীনে কলে।

: আই ঔ!  মই ভাত খাব নোৱাৰোঁ, তুমি নহলে ডাইনিং-কাৰতে খাই আহিবা ।

: তুমি নাখালে মই কিয় খাম? ময়ো নাখাওঁ। কেনেকৈনো আকৌ পেটৰ অসুখটো হবলৈ পালে? ৰবীনে এনেয়ে প্ৰশ্ন কৰিলে। শান্তিৰ মুখৰ উস্, আস্ শব্দ শুনি পত্নীগৰাকীয়ে "গুড্ হাউচ কিপিং" খন চকুৰ পৰা আঁতৰাই নিৰ্ব্বিকাৰ হৈ শান্তিলৈ চাই পুনৰ "গুড হাউচ কিপিং"ত লুকাই পৰিল।

: ইস্ ইমান পেটটো কামুৰিছে। কি কৰিব কি নকৰিব একো উপায় নাপাই ৰবীনে কলে: তললৈ পেটটো পেলাই মনে মনে অকণমান শুই থাকাচোন। শান্তিয়ে ৰবীনৰ আজ্ঞা পালন কৰিলে। শান্তি নিতাল মাৰি পৰি থাকিল। এটা ষ্টেচনত ৰেলখন বৈ গ'ল। ডাইনিং-কাৰৰ মানুহ এটাই ভাত আনি সেই হাল মানুহৰ সম্মুখত থলেহি। বেহেৰাৰ চেহেৰাৰ মানুহটোৱে ইতিমধ্যে আহি মানুহ হালক আলপৈচান ধৰিলেহি। পত্নীগৰাকীয়ে ওখ হিলৰ জোতাৰে খট্ খট্ শব্দ কৰি ইফালৰ পৰা সিফালে অহা যোৱা কৰা শান্তিৰ কাণত পৰিল। এবাৰ হাত ধোৱা, এবাৰ মুখ ধোৱা শব্দও শুনিলে। ইফালে মুৰ কৰি শুই ট্ৰিবিউন পঢ়ি থকা ৰবীনৰ নাকত চিকেন্ কাৰিৰ ফুৰ-ফুৰিয়া গোন্ধ লাগিলহি। কাটা চামুচৰ শব্দৰ মাজে মাজে স্বামী-স্ত্ৰীৰ দুই এটা কথাও ৰবীনৰ কাণত পৰিলহি।

ৰবীনে শান্তিলৈ ঘূৰি চাই মূৰত হাতদি শুধিলে: শান্তি, ভাল পাইছা? চকু মুদিয়ে মূৰটো লৰাই শান্তিয়ে উত্তৰ দিলে: ওহোঁ।

: ভাত খালে ভাল লাগিব পাৰে। দিওঁ অৰ্ডাৰ?

: ইস্ নকবা মোক ভাতৰ কথা—তোমাক খাই আহিবলৈ মই কৈছোঁ নহয়।

: নাখাওঁ ভেতিয়াহলে বাদ দিয়া। আকৌ ৰবীনে পঢ়া

ট্ৰিবিউনখনৰ পঢ়া কথাবোৰতে এনেয়ে চকু ফুৰালে। ৰবীনে ভাবিলে— কি মহা মস্কিলখন হ'ল। এনেকুৱা অস্বস্তিকৰ পৰিবেশত তাৰ কোনো দিনেই ৰেলত ভ্ৰমণ কৰিবলগীয়া হোৱা নাছিল। আধা-ঘণ্টা মানৰ মূৰত স্বামী-স্ত্ৰীৰ ভাত খোৱা হ'ল। বেহেৰাটোক দুকাপ কফিৰ অৰ্ডাৰ দিলে। খাই উঠিয়েই পত্নী লেভেটৰীলৈ সোমাই গ'ল হেণ্ডবেগটোৰে সৈতে। স্বামীয়ে বেৰত হেলান দি দীঘল দীঘলকৈ চিগাৰেট হুপিছে। মাজে মাজে ৰবীনৰ চকুত তেওঁৰ চকু পৰিছিল। কিন্তু পৰা মাত্ৰেই তেওঁ চকু আঁতৰাই নিয়ে। ৰবীনৰো দৰকাৰ নাই উপযাচি মাতিবলৈ। কি দৰকাৰ! তুমি তোমাৰ ভাগে থাকা, মই মোৰ ভাগে থাকোঁ। অলপ বেলিৰ পিচতে পত্নী ওলাই আহিল মুখত নতুন চূণকামেৰে সৈতে। ফাৰকোটৰ কলাৰটো আকৌ সেই আগৰদৰে ডিঙিলৈকে দাঙি বিচনাৰ ওপৰত বহিল। নিজৰ ঘড়িটোত চকু থৈ কলে: আমাৰ নামিবলৈ আৰু বেছি সময় নাই নেকি? একেদৰে চিগাৰেট হুপি হুপি গহীনকৈ স্বামীয়ে উত্তৰ দিলে: কিমান বাজিল?

: প্ৰায় আঢ়ৈ।

: চাপৰমুখ তিনি বজাত পায়গৈ। মাজত এটা ষ্টেচনহে আছে। ইটো ষ্টেচনত ৰেলখন ৰোৱাৰ লগে লগে বেহেৰাৰ চেহেৰাৰ মানুহটো উঠি আহিল! বিচনাখন বান্ধিলে। বস্তুবোৰ গোটাই একে ঠাইতে থলে। ট্ৰেইনখন ৰোৱাৰ লগে লগে বস্তুবোৰৰ সৈতে মানুহহাল নামি গ'লগৈ। ভদ্ৰতাৰ খাতিৰতো এষাৰ মাত লগাই থৈ নগ'ল ৰবীনহঁতক। মানুহহাল নামি যোৱাৰ লগে লগে ৰবীন উঠি গৈ দুৱাৰখন জপাই হুকটো খুৱাই দিলে। শান্তি শোৱাৰ পৰা উঠি বহিল: এই হাল গ'ল? : ওঁ, এই মাত্ৰ গৈছে নামি। : উস্ মই এতিয়াহে উশাহ লব পাৰিছোঁ। শান্তিয়ে কৈ কৈ গাৰ স্কাৰ্ফখন বিচনাত থহাই লেভেটৰীলৈ সোমাই গ'ল। ওলাই অহাৰ পিচত ৰবীনে সুধিলে: পেট ভাল লাগিছে?

: ক'ত মোৰ পেট কামুৰিছে। সিইতক দেখুৱালোঁ— পইচা নাই বাবে যে ভাত খোৱা নাই সেইটো নহয়, পেটৰ অসুখ হোৱা বাবেহে নাই খোৱা। : অদ্ভুত তুমি! মোৰ ওচৰততো পইচা আছিল? : ক'ত তোমাৰ ওচৰত পইচা আছে? হিচাপ কৰাচোন পঞ্চল্লিছ টকাৰ কেই পইচা হাতত থাকিল।

: তোমাক ক'বলৈকে নহ'ল-আমাৰ লগৰ শৰ্ম্মাৰ পৰা টকা পোন্ধৰটা মই ধাৰলৈ আনিছোঁ নহয়!

আচৰিত হৈ শান্তিয়ে ৰবীনলৈ চালে: আছে যদি থৈ দিয়া। ঘূৰি আহোঁতে তোমাকে লাগিব। মই খোৱা বস্তু লৈ আনিছোঁ; সেইখিনি উলিয়াও, তুমি মাটি কাপত চাহ ঢুকাপ লোৱা। শান্তিয়ে ব্যস্ত হৈ টিফিন কেৰিয়াৰৰ পৰা খোৱা বস্তু উলিয়ালে। দুৱাৰ মুখত থিয় হৈ ৰবীনে চাহৱালাটোলৈ বাট চালে। শান্তিলৈ ঘূৰি চালে—নিজৰ ঘৰত যেন শান্তি এইবাৰ মুকলিমুৰীয়া হৈ পৰিছে আৰু আগৰ বন্ধ অসহ্য বতাহজাক ইতিমধ্যে কোঠাৰ পৰা ওলাই গৈছে।

অসম বাতৰি
জুন '৬৪

# মন ফাগুনৰ ৰং

কিতাপজ্জাপ বুকুত জোৰেৰে সাবটি পূৰবীয়ে বাৰান্দাখন পাৰ হৈ আন কোঠা দুটাৰ মাজেদি নিজৰ পঢ়াৰ টেবুলখনৰ ওচৰ পালেগৈ। কালৈকে চোৱা নাছিল পূৰবীয়ে। ঘৰটো নিস্তব্ধ হৈ আছিল। ইফালৰ কাষৰ কোঠাটোত মাকে বহি কিবা খবৰকাগজ পঢ়ি আছিল। হঠাৎ ঘৰৰ ভিতৰত মেখেলাৰ খচ্ খচ্ শব্দ শুনি মাকে খবৰ কাগজৰ পৰা মুৰ দাঙি কলে: 'পূৰবী নেকি অ' ? টেবুলত কিতাপ থওঁতে পূৰবীয়ে এখন কিতাপৰ মাজত কিবা এটা বিচাৰি চাই পুনৰ সাবধানে থৈ 'ওঁ' বুলি মাত্র এষাৰ কথা কৈ ককায়েকৰ কোঠালৈ খোজ আগবঢ়াই দিলে। শব্দ নকৰাকৈ খোজ কাঢ়ি গৈ ককায়েক সুবিনয়ৰ কোঠাৰ আধা মেলখাই থকা দুৱাৰৰ ফাঁকেদি ভিতৰলৈ চালে। সুবিনয়ে তেতিয়া ডাঠ ফ্রেমৰ চশমা-জোৰ চকুৰ পৰা খহাই ৰুমালখনেৰে মোহাৰি সমুখত মেলি থোৱা শকত ধৰণৰ কিতাপখনত পুনৰ গম্ভীৰভাৱে চকু থলে। দাদাটো কলেজৰ পৰা কেতিয়াবাই আহিলনেকি ? —মনে মনে ভাবিলে পূৰবীয়ে। ছেঃ এতিয়া এইটো কথা কেনেকৈ কওঁ দাদাক। বুকুখনো দুৰু দুৰু কঁপিছিল পূৰবীৰ। মাক কম নেকি ? দাদাই হয়তো কালিলৈ কলেজত দিবলৈ কিবা "লেকচাৰ" প্রিপেয়াৰ কৰি

আছে—এতিয়া এইটো কথা কলে ডিচ্‌টার্ব্‌ কৰা হ'ব। নকওঁ যা, পিচত কম। মা-কেনো কেনেকৈ কওঁ? কি মস্কিল! মগজটো কিবা গৰম হৈ গৈছে। যা বাদ দিওঁ এইবোৰ কথা। নিজে নিজেই পূৰবীয়ে এইবাৰ আলনাৰ কাষত থিয় হৈ এটা এটাকৈ কাপোৰ সলাবলৈ ধৰিলে।

তাৰ পিচত গা-ধোৱা ঘৰলৈ গৈ হাত ভৰি ধুই চকুৱে-মুখে এসোপা চেঁচাপানী মাৰি দিলে—ক'তা এতিয়াও দেখোন মনটো মোৰ শান্ত নহ'ল। বাৰান্দাৰ তাঁৰত মেলি থোৱা টাৱেল এখন টান মাৰি আনি ডাঙৰ আৰ্চীখনৰ সন্মুখত থিয় হৈ মুখখন মচিলে। মাকে ইতিমধ্যে পাকঘৰৰ পৰা চিঞৰিলে: পূৰবী নাহ কেলৈ—চাহ ঠাণ্ডা হ'ব এতিয়া, দাদাৰকো মাতি থৈ আহ। সামান্য স্ন' মুখখনত সানি পূৰবীয়ে দাদাক সুবিনয়ক দুৱাৰ মুখেদি ভুমুকিয়াই কৈ আহিল— দাদা আহ। চাহ খাওঁতে মাকে আপত্তি কৰিলে—এজনীৰ স্কুলৰ পৰা অহাৰ পিচত মাতেই পাবলৈ নাই আৰু তয়ো সেই আহিয়েই যি সোমালি। তইঁতিনো কি হ'লি ক'ব নোৱাৰোঁ। তইঁতে এনেকৈ মন-চন মাৰি সোমাই থাকিলে মই কি কৰিম? পূৰবীয়ে মনে মনে ভাবিলে—ক'তা দেউতাৰ মৃত্যুৰ কথা ভাবিতো মই মনে মনে থকা নাই। মই কি বিপাঙত পৰিছোঁ কেনেকৈ কম তোমালোকক! ৰগৰ কৰিবলৈকে সুবিনয়ে কলে: এ হয়। পূৰবীয়ে দেখোন একো কোৱা নাই আজি? কিবা এটা কচোন পূৰবী, কি মনে মনে আছ? তোৰ দিনটোৰ গেজেটখনো দেখোন আজি নেমেলিলি? পূৰবীয়ে ককায়েকৰ কথা শুনি হাঁহি দিলে—অনবৰত দৰ্শনৰ কিতাপ মেলি বহি থকা গম্ভীৰ দাদাকটোৱে ডেৰ-বছৰমানৰপৰা মাকক আনন্দ দিবলৈকে এনেকুৱা দুই-এষাৰ ৰগৰ লগা কথা কবলৈ ধৰিছে।

মোৰ খুব মূৰটো কামুৰিছে আজি। মাকে পূৰবীৰ কথা শুনি কলে: চাহটোপা খাই অকণ শুই থাকগৈ যা। মাকৰ কথা

শুনি পূৰবীয়ে যথেষ্ট সকাহ পালে। লৰালৰিকৈ তাই নিজৰ কোঠালিলৈ গৈ কিতাপৰ মাজৰ বস্তুটো পুনৰ খুলি চালে— কাণ দুখন গৰম লাগি গ'ল। কি সাহস এই ৰঞ্জনৰ। হাতৰ মুঠিত চিঠিখন লৈয়েই পূৰবীয়ে বিচনাত বাগৰ দিলেহি—কি দুৰন্ত সাহস এই ৰঞ্জনৰ! এজাক ছোৱালীয়ে মৌ-মাখিৰ দৰে গুণ গুণ শব্দ কৰি নিজৰ ভিতৰতে কথা পাতি স্কুললৈ গৈ থাকোতেই ৰঞ্জনে কোবাকুবিকৈ চাইকেল চলাই এক বিশেষ ভঙ্গিমাত এটা ভৰি চাইকেলৰ পেডেলৰ পৰা নমাই মাটিত ভৰ দি বাওঁহাতেৰে পকেটৰ পৰা বন্ধ এন্‌ভেলপ এটা উলিয়াই সন্মুখত যোৱা ছোৱালী কেইজনীলৈ আগবঢ়াই দি কলে: এইখন পূৰবী বৰুৱাক দিবচোন— ক্লাচ নাইনৰ পূৰবী বৰুৱা। কোনেও চিঠিখন নোলোৱাকৈ থাকিব নোৱাৰিলে। একেলগে আগবাঢ়ি অহা তিনিখন হাতৰ এখনত ৰঞ্জনে চিঠিখন দি দিলে আৰু দিয়েই বীৰৰ দৰে জোৰেৰে চাইকেল চলাই দিলে। চিঠিখন ৰাস্তাতে ছোৱালীজাকৰ হাতবাগৰি আহি পূৰবীৰ হাতত পৰিলহি। কিহৰ চিঠি হ'ব পাৰে একো ভাবি নাপাই বুকুত সাবটি লৈ যোৱা কিতাপজাপৰ মাজতে চিঠিখন সাৱধানেৰে ভৰাই থলে। তাৰ পিচত পূৰবীয়ে স্কুলত পানীখোৱা ছুটীলৈকে চাৰিওটা পিৰিয়ডৰ এটা পিৰিয়ডতো মন বহাব নোৱাৰিলে। আনকি ডমেষ্টিক ছায়েন্সৰ শিক্ষক ডেকা ডাক্তৰজনৰ পিৰিয়ডতো। মনটো ক্লাছৰ মাজতে কিবা উৰি উৰি গৈছিল— কি চিঠি হ'ব পাৰে ভাবি। পানীখোৱা ছুটীৰ ঘণ্টা পৰাত ক্লাছৰ সকলো ছোৱালী বাহিৰলৈ হুলস্থূল কৰি ওলাই গ'ল। একেখন বেঞ্চতে বহা তাইৰ বান্ধৱী ভাৰতীয়ে বহাৰ পৰা উঠিব খোজাত বলেৰে বহুৱাই কলে: বহচোন হুঠিবি, কিবা এটা দেখুৱাম তোক মনে মনে। খালি হৈ পৰা ক্লাছটোৰ একেবাৰে শেষৰ চুকটোত দুই বান্ধৱী ভাৰতী আৰু পূৰবীয়ে চিঠিখন সাৱধানে খুলিলে। খুলি দিয়া মাত্ৰেই ভিতৰৰ পৰা এটা মৃদু সুবাস ওলাই আহিল। জাপ

থাই থকা চিঠিখন নিজে মুখুলি ভাৰতীলৈ দি কলে : তই খোলচোন— কি বা লিখিছে সেই ডালে।

: কোন সেইডালে ?

: ৰঞ্জনে। ৰঞ্জন নামটো শুনাৰ লগে লগে চেক্ চেক্ দিয়া ইয়ক চাৰ্ট আৰু কঁকালৰ চাৰিআঙুল তলৰ পৰা আৰম্ভ হৈ তললৈ চুঙাটো মান হৈ চিঞা হৈ যোৱা কাও বয় জিন্ পিন্ধি পুলত বহি চিগাৰেট হুপি থকা ল'ৰাটোৰ মুখখন ভাৰতীৰ ঘপককৈ মনত পৰি গ'ল।

: বৰ সাহ! চাওঁ কি লিখিছে······ কি বুলি সম্বোধন কৰিম তোমাক ? মনালিছা ? তোমাক মনালিছা বুলিয়েই মাতিম। মনালিছাৰ হাঁহিটোৰ অৰ্থ আজিলৈকে কোনেও উলিয়াব পৰা নাই বোলে। তুমিও মোলৈ চাই মৰা হাঁহিটোৰ অৰ্থ মই আজিলৈকে উলিয়াব নোৱাৰিলোঁ।···

পূৰবী খঙত জ্বলি উঠিল— অসভ্য! গুণ্ডা! সেই জঘন্যটোলৈ চাই মই কোনদিনা হাঁহিছিলোঁ? যিমানবোৰ গালি পূৰবীৰ মনলৈ আহিল সিমানবোৰ গালিকে পূৰবীয়ে জোৰেৰে উচ্চাৰণ কৰিলে। আকৌ চিঠিত চকু দিলে। :·মই পঢ়াত বেয়া বুলি মোক ঘিণ নকৰাতো ? বুজিছা আচলতে মই পঢ়াত ভালেই— ছাৰহঁতে মোক এনেয়ে হিংসা কৰে— সেইবাবেহে মই দুবাৰকৈ টেষ্ট দিও 'এলাউ' হব নোৱাৰিলোঁ। তুমি অনাদৰ নকৰিবা। তুমি মোৰ হিয়াৰ মাণিক।······

: অসভ্য! গুণ্ডা! এইবাৰো পূৰবী জ্বলি উঠিল। ···এই চিঠিৰ উত্তৰ সোনকালে দিবা। মই জানো তুমি নিদিয়াকৈ থাকিব নোৱাৰা। ইতি, তোমাৰ ৰঞ্জন।

চিঠিখন পঢ়া শেষ হ'লত ভাৰতীয়ে পূৰবীলৈ চালে। চিঠিখন হাতেৰে মুঠি মাৰি কলে: এতিয়া মই কি কৰিম ?

: উত্তৰ দিম বুলি ভাবিছ নেকি ?

: সেইপাভলৈ চিঠি দিবলৈ মন গৈছে যদি তয়েই দে, মই নিদিওঁ। কচোন ভাৰতী, মই এতিয়া এইখন কি কৰোঁ ?

: কি কৰিবি ? তালৈ যদি তোৰ ইমানটো ভয় দাদাৰক চিঠিখন দি দেগৈ। তাৰ পাচত যি কাম সেই কাম দাদাৰে কৰিব। দাদাৰে গৈ তাৰ ঘৰত সেই চিঠি দেখুৱাই দিয়কগৈ আৰু তাৰ বাপেক আছেনে ককায়েক আছে কোনোবা এজনে পিঠিত সোঁকাৰ কোব দিয়ক— একেদিনাই তাৰ প্ৰেম ক'ৰবালৈ পলাব।

ভাৰতীৰ বুজনিত পূৰবীৰ খং শাম কাটিলে আৰু মুচৰি পেলোৱা চিঠিখন ক'ব নোৱাৰাকৈয়ে জাপি এন্‌ভেলপটোত ভৰাই কিতাপৰ মাজত থৈ দিলে। পিচৰ পিৰিয়ড কেইটাতো ক্লাছত পূৰবীয়ে মন বহুৱাব নোৱাৰিলে। দাদাক কথাটো কেনেকৈ কম ? দাদাই যদি কয়, তই বেয়া, সেই কাৰণেহে সি এনেকুৱা চিঠি লিখিবলৈ সাহ পায়। ক'তা মই দেখোন কোনো দিনে তালৈ চাই হুঁহা নাই। আকৌ কাণ দুখন ৰিম্‌ঝিমকৈ গৰম লাগি গ'ল পূৰবীৰ। ঠিক আছে, দাদাক দি দিম চিঠিখন। যি হয় হ'ব।

···বিচনাখনত বাগৰিয়েই চিঠিখনত চকু দি পূৰবীয়ে মনে মনে কলে : হুঃ মনালিছাৰ হাঁহি দেখিছে ? কবিতা কৰিবলৈ আহিছে ! হেৰৌ, পুলত বহি ছোৱালী জোকোৱা মগজুত ক'ৰপৰা কবিতা ওলাব পাৰিলে ! নিৰ্লজ্জ ক'ৰবাৰ ! দাদাকনো কেনেকৈ দিওঁ এইখন ? পুৰি পেলাওঁ নেকি ? হঠাৎ মনত এটি সিদ্ধান্ত কৰি মুৰ শিতানত তুলিৰ তলত কেতিয়াবা দৰকাৰ হ'ব পাৰে বুলি থৈ দিয়া জুইশলাৰ বাঁহটো হাতেৰে খেপিয়াই উলিয়াই আনি কাঠি আছেনে নাই চালে—কাঠি নথকা হ'লেই যেন ভাল পালে-হেঁতেন পূৰবীয়ে। সম্পূৰ্ণ হৈ থকা জুইশলাৰ বাঁহটো গাৰুৰ তলত পুনৰ থৈ দিলে। চিঠিখন ফালিব খুজিও ফালিব নোৱাৰিলে, জ্বলাব খুজিও জ্বলাব নোৱাৰিলে পূৰবীয়ে। মনে মনে ভাবিলে পূৰবীয়ে : এনেকুৱা চিঠি এখনৰ কামনাতো মই নকৰাকৈ থকা নাই। কিন্তু

ৰঞ্জনৰ পৰাই এইখন চিঠি কিয় আহিল! ডমেষ্টিক ছায়েন্সৰ ছাৰেওতো দিব পাৰিলেহেঁতেন। ছাৰৰ চঞ্চল চকুযোৰ ইমান ভাল লাগে। বাৰু, তেওঁ নিদিলে নাই। মিলটোৰ কাষত থকা ডেকা মাটিৰ হাকিমজনেতো দিব পাৰিলেহেঁতেন। বেচেৰা অকলশৰীয়া মানুহ হ'ব পায়। সদায় আমি স্কুললৈ যাওঁতে খবৰ কাগজ পঢ়ি ৰ'দ লোৱাৰ চলেৰে আমালৈ চাই থাকে। বেচেৰা কিমান অকল-শৰীয়া! ধেৎ কি ভাবিছোঁ, মোক কিজানি মাটিৰ হাকিমে চিনিয়েই নাপায়। এইবাৰ এম-এ দি অহা সঞ্জীৱেওতো দিব পাৰিলেহেঁতেন। তেওঁ কিজানি স্কুলৰ ছোৱালী বুলি আমাক নাচায়েই। কি ঠিক কলেজত পঢ়া কোনোবা ছোৱালীলৈ ইতিমধ্যে তেওঁৰ চিঠি দিয়া হৈয়েই যাব পায়। দাদাৰ লগৰ প্ৰফেচৰটো? নাই, তেওঁ দিলেও উত্তৰ নিদিওঁ। বৰ চেলেপু, ভাল নালাগে। .. চিঠিখন পুৰি পেলাওঁ। খচ্‌কৈ জুইশলা কাঠিটো মাৰি চিঠিখনত পূৰবীয়ে জুই লগাই দিলে। ফুৰফুৰকৈ বগা কাগজখন পুৰি ছাই হৈ পৰিল আৰু সেই ছাইখিনি খিড়িকীৰে বাহিৰলৈ উকুৱাই দিলে পূৰবীয়ে।

লগ পালে ৰঞ্জনক ভালকৈ গালি সোধাম। ধেমালি পাইছে!

পূৰবীয়ে মনটো স্থিৰ কৰি বিচনাৰ পৰা উঠি বাহিৰলৈ ওলাই আহিল। এই কথাটো দাদাক কম। চিঠি দিয়া বুলি নকওঁ। ৰাস্তাত বেয়া ব্যৱহাৰ কৰা বুলি কম। এইবাৰ পূৰবীয়ে পোনে পোনে দাদাক সুবিনয়ৰ কোঠালীলৈ সোমাই গ'ল।

দুদিনমান স্কুল বন্ধ আছিল। ৰঞ্জনেও পূৰবীক বহুত দিন লগ পোৱা নাই। আজি স্কুল খুলিছে। পূৰবীক এইখিনিতে লগ কৰিব লাগিব। চাৰে-নটা হৈ গ'ল। সঁচাকৈ পূৰবী আহিছে— অকলে আহিছে আজি।

: আহিলা? মোৰ চিঠিৰ উত্তৰ নিদিলা কিয়?

হাঁহি হাঁহি পূৰবীয়ে কলে : তুমি মোক বিপদত পেলাই মাৰিবা দেখিছোঁ। চিঠি নিদিলেও নহয় নেকি? মানে তোমাকতো মই সদায়ে

লগ পায়েই থাকোঁ। দাদাই গম পালে তুমিও সাৰি নোযোৱা, মইতো নাযাৱেঁই, বুজিছা নহয়? ৰঞ্জনৰ মন সন্তুষ্টিৰে ভৰি উঠিল। ঠিকেইতো, চিঠি দিলে যদি সিহঁতৰ বিপদ হয়, তেন্তে চিঠি নালাগে লিখিব। ···

আজিকালি পূৰবীয়ে ৰঞ্জনক য'তেই দেখে ত'তে মাত লগাবলৈ নাপাহৰে। ধুনীয়াকৈ হাঁহিও দিয়ে। ৰঞ্জনৰ লগত আগতে পুলত বহি থকা বন্ধুকেইটা—পুলক আৰু যতুনাথে হঠাৎ আবিষ্কাৰ কৰিলে ৰঞ্জনৰ উদ্ধতালি আজিকালি নাইকিয়া হৈ গ'ল। সিহঁতক ৰঞ্জনে আৰু বেছি অবাক কৰি দিলে সিদিনা, যিদিনা এখন দোকান দিয়াৰ কথা ভবা বুলি ৰঞ্জনে সিহঁতক কলে।

ঃ নাই, এনেকৈ থাকিলে আৰু ন'হব পুলক! মইতো কোনো-দিনেই আৰু টেষ্টত এলাউ নহওঁ। মিছাকৈ সময়বোৰ নষ্ট কৰোঁ কেলৈ! এখন দোকানকে দিওঁ। খুৰাদেৱে ঘৰটো সজাই দিছে "নিউজ এজেন্সি"ৰ সমুখতে। তুবছৰমান দোকান দি পিচত আন কাৰবাৰো যে কৰিব তাকো কলে। খুৰাকেই বোলে বুদ্ধি দিছে।

ঃ বাহ্! পিঠিত থপৰিয়াই পুলকে কলেঃ তইতো টকাৰ মানুহেই হৈ যাবি ভাই! যতুৱে সুধিলেঃ কিহৰ দোকান দিবি তই?

ঃ কিতাপ-বহী এই এনেকুৱা বস্তু। প্ৰথমতে অলপ এনে-কুৱা সৰু-সুৰা কিছু, তাৰ পাচত বহলাই পেলাম। এই নতুন আঁচনিৰ কথাটো ৰঞ্জনে পূৰবীকো কলে। পূৰবীয়ে ভাল হৈছে বুলি কলে। শুভেচ্ছাও জনালে। এদিন সঁচাকৈ ৰঞ্জনে দোকান খুলিলে। দোকানখন সজোৱা ভালকৈ হোৱাই নাই। প্ৰথমদিনা পুলক আৰু যতুনাথেও সহায় কৰিলে। তুদিনমানৰ পিচত দোকানৰ খহটা বেৰ এখনত কাগজৰ টাপলি মাৰিছিল। গুলি লোৱা ময়দা-বোৰ নাল ভগা কাপটোৰ পৰা মাৰি এডালেৰে ·একান্ত মনেৰে কাগজত আঠা লগাই ৰঞ্জনে বেৰত খুৱাইছে, তেনেতে সি শুনিলেঃ মই এই কেইদিন স্কুললৈ অহা নাছিলোঁ নহয়, তোমাক লগেই ধৰিব পৰা নাই। বাঃ সুন্দৰ হৈছে দোকানখন। ৰঞ্জনে উভতি চালে।

: পূৰবী ? আহাঁ। বহিবা ?

: নাই নবহোঁ। তুমি কাম কৰা। মানুহে দেখিলে কিবা ভাবে। নহয় জানো ? যাওঁ বাৰু ? অ' দোকানখনৰ নামটো সুন্দৰ হৈছে— "অলকানন্দা।"

: যোৱা তেনেহলে। পূৰবী গুচি গ'লগৈ। পূৰবী যোৱাৰ পিচত ৰঞ্জনে ভাবিলে, ইমান সৰল মনেৰে ছোৱালীজনীয়ে তাক ভাল পাইছে। আৰু সিওতো কম ভাল নাপায় তাইক। তাইৰ ভাল-পোৱাৰ উমেৰেই সি পুলত বহিবলৈ এৰি দি দোকানত বহিবলৈ সাহ কৰিছে। তাইৰ বাবেইতো তাৰ এই উৎসাহ। সকলোৱে মন কৰিলে দুৰ্দান্ত ৰঞ্জনটো আজিকালি অভাৱনীয়ভাৱে শান্ত হৈ গ'ল। আজিকালি ভাল মানুহৰ দৰে দোকানত বহি থাকে। তাৰ "অলকানন্দা"ত আড্ডা দিবলৈও আজিকালি কাকো নিদিয়া হ'ল। ভদ্ৰ মানুহক গোটেই দিনটো বহিবলৈ দিব : কিন্তু তাৰ দ'লৰ কাকো সি তাত জমা হ'বলৈ নিদিয়ে। দুদিনমান যদুনাথ আৰু পুলক আহিছিল : পিচত কিন্তু ৰাস্তাইদি ছোৱালী পাৰ হৈ যাওঁতে এদিন কুৎসিত চিঞৰ মৰাৰ পৰা সিহঁতক গালি পাৰি উলিয়াই দিলে—ভদ্ৰ মানুহৰ দৰে থাকিবলৈ নিশিকিলি বুলি।

: ইস্ বৰ ভদ্ৰলোক -ওলাবলৈ আহিছে। পূৰবীক লগ কৰিবলৈ দিগদাৰী হয় বুলি আমাক আঁতৰাইছে। যা নাহোঁ তোৰ দোকানলৈ আজিৰপৰা। বকি বকি দুইটা গুচি গ'লগৈ। সিহঁ-তলৈ খং উঠিল। পূৰবীৰ লগত তাৰ নামটো জোটালত ভালো লাগিল পেটে পেটে। তাৰ পিচত সিহঁত নহা হ'ল।

...ৰঞ্জন সম্পূৰ্ণ ভদ্ৰলোক হৈ গ'ল। এইটো কথা কেৱল দেখাবোৰেই ভবা নাই, ৰঞ্জনে নিজেও অনুভৱ কৰিলে আৰু সেই বাবেই ৰঞ্জনে ৰাতিপুৱাই ৰাতিৰ শ্বো'ৰ চিনেমাৰ টিকটটো স্পেচিয়েল ক্লাছত কাটি পেলালে। ইয়াৰ আগতে তাৰ সদাই ছেকেণ্ড ক্লাছতে চোৱা হয়। এতিয়া সি আগৰ ৰঞ্জন নহয়।

সি সেই ৰাতি নিজৰ টিকটৰ নম্বৰ মতে চিনেমা হলৰ ছিটটোত বহিলগৈ। কিন্তু ই কি, তাৰ আগৰ ছিট দুটাত দেখোন পূৰবী আৰু কোনোবা এজনী বান্ধৱী—দুটামান ছিটৰ পিচত সেয়া পূৰবীৰ মাক আৰু ককায়েক। পূৰবীহঁত কিবা কথাত আত্মবিভোৰা হৈ আছে। পিচলৈ কোন আহিছে কোন গৈছে খবৰ নাই। অলপ পিচতে লাইট নুমাল। চিনেমা আৰম্ভ হ'ল। ৰঞ্জনে ভাবিলে, তাৰ ভাগ্যদেৱী সঁচাই সুপ্ৰসন্ন হৈছে। আজিও সি পূৰবীক লগ পাব পাৰিলে। দুই বান্ধৱী অনবৰত কথা পাতিয়েই আছে। সি মনতে এবাৰ পূৰবীৰ কাষত বহাৰ কল্পনা কৰি ললে। কি কথানো পাতিছে ইমানকৈ ? এবাৰ বান্ধবীজনীয়ে কলে : ৰঞ্জনৰ কি খবৰ অ' ? চিঠি দিয়েনে নিদিয়ে ? কথাখিনি মাত্ৰ পূৰবীয়ে শুনাকৈ কৈছিল যদিও ৰঞ্জনৰ কাণতো পৰিল। ৰঞ্জনে চিনেমাৰ পৰ্দাত চকু থৈ কাণ দুখন পূৰবীৰ উত্তৰলৈ সজাগ কৰি থলে।

: ধেৎ, মোক কি বুলি ভাবিছ ? সি কিন্তু একদম বেলেগ হৈ গ'ল আজিকালি। আৰু কি জান—সি বোধহয় মই তাক ভাল পাওঁ বুলি ধাৰণা কৰি লৈছে। হিঃ হিঃ হিঃ, আচলতে তালৈ মোৰ ভয়হে লাগে। হাজাৰ ভাল মানুহ হৈ নেদেখুৱাওক সি আগৰ স্বভাৱ ক'ত এৰিব পাৰিব ? সেই যে চিঠিখন, দাদাক দেখুৱাবলৈ নহ'ল—পুৰি পেলালোঁ। কিন্তু দাদাক আকাৰে-ইঙ্গিতে সি মোক বেয়া ব্যৱহাৰ কৰাৰ কথা মিছাকৈ সাজি কৈ দিলোঁ। দাদাই কি কলে জান ?

: কি কলে ? অলপ সৰুকৈ ক, আনে শুনিব। সৰুকৈ কলে যদিও ৰঞ্জনে শুনিলে।

কলে বোলে, যি তোক বেয়া ব্যৱহাৰ কৰে, তাক ভাল ব্যৱহাৰ কৰিবি। যিজন মানুহৰ পৰা কিবা বিপদ হোৱাৰ বা অপমান পোৱাৰ ভয় থাকে সেইজন মানুহক তই সুন্দৰকৈ মাত লগাবি ; চাবি সি তোৰ কথামতে চলা হৈ

পৰিছে। কথাটো কিন্তু মিলি গৈছে আখৰে আখৰে। দেখা নাই ৰঞ্জন কেনেকুৱা হৈ গ'ল। সি কিন্তু মই তাক ভাল পাওঁ বুলিয়েই ভাবি আছে। বেচেৰা !

বান্ধৱীয়ে কলে : হ'ব দে, তাৰ ভুল ধাৰণাটো এদিন নাইকিয়া হৈ যাব। ······

চিনেমাত কি ওলাইছিল একো ৰঞ্জনৰ চকুত নপৰিল। ৰঞ্জনৰ ভুল ধাৰণাটো পিচলৈ নাইকিয়া হৈ যাবলৈ নাথাকিল। তাৰ তেতিয়াই ভুল ধাৰণাটো নাইকিয়া হৈ গ'ল। চিনেমাখন অসম্পূৰ্ণকৈ এৰিয়েই ৰঞ্জন হলৰ পৰা ওলাই আহিল।

······ পিচদিনাখন ৰঞ্জনৰ দোকানখন বন্ধ হৈ আছিল। কেৱল এদিন নহয় অনিৰ্দিষ্ট কাললৈ ৰঞ্জনৰ “অলকানন্দা” নামৰ দোকানখনৰ বন্ধ তলা আৰু খোল নাখালে। এদিন মানুহবোৰে দেখা পালে “অলকানন্দা” নাম লিখা ‘নেমপ্লেট’ খন তাৰপৰা এৰুৱাই নিয়া হ'ল আৰু তাৰ ঠাইত তাৰ তলতে বগা চকমাটিৰে বন্ধ দুৱাৰত তিনিটা শব্দ জিলিকি থাকিল “ভাৰা দিয়া হ'ব।” ৰঞ্জনকো আৰু কোনেও এদিনো এইখন চহৰত দেখা পোৱা নাই।

পূৰবীয়ে স্কুললৈ যাওঁতে সদাই ভাবে—ৰঞ্জনটোৱে দোকানখন বন্ধ কৰিলে কিয় ? তাক দেখিবলৈকো নোপোৱা হলোঁ। বন্ধ দুৱাৰখন চকুত পৰিলে পূৰবীৰ বুকুখন বিষাই যায়। অজানিতে তাক তাইৰ ভাল লাগি গৈছিল নেকি বাৰু !

অসম বাণী
ডিচেম্বৰ '৬৩

# নতুন সোণালী পুৱা

মনিকাক আজি প্ৰদীপে কৈ থৈ গৈছে ওলাই থাকিবলৈ। কেনিবা বোলে কোনোবা বন্ধুৰ ঘৰলৈ ফুৰাবলৈ নিব। ইয়াত থকা প্ৰদীপহঁতৰ মাহ হিচাবে তিনিমাহ হ'ল। এই তিনিমাহত প্ৰদীপৰ মুখত মনিকাই এদিনো শুনা নাছিল তেওঁৰ কোনোবা বন্ধু ইয়াত আছে বুলি। কিন্তু এসপ্তাহৰ আগতে অফিচৰপৰা আবেলি আহি এদিন হাঁহি হাঁহি প্ৰদীপে কলেহি: ইস্ ৰাম, মণিকা, সেই যে আমাৰ লগত পঢ়া বিজয় নামৰ ল'ৰা এটাৰ কথা কৈছিলোঁ তোমাৰ মনত আছে? মণিকাই লৰা-লৰিকৈ আবেলিৰ চাহ-লুচি কৰিছিল। বেলিথকা লুচি এখন গৰম ঘিঁউত দি মণিকাই উত্তৰ দিলে: কতৰ কথা মোৰ আগত তুমি কৈছিলা মই আৰু মনত ৰাখি থৈছোঁনে? সঁচাকৈ হয় মণিকাই এনেকুৱা এখন সংসাৰত সোমাই পৰিলে যে অতীতৰ কথা আৰু তাইৰ একো মনত নাই। বিয়া হোৱাই কত বছৰ হৈ গ'ল, ডাঙৰ ল'ৰাটো প্ৰথম মান শ্ৰেণীত পঢ়িব পৰা হ'ল, তাৰ তলৰটো খ মান শ্ৰেণীত আৰু তাৰ পিচৰ ল'ৰাটোকো স্কুললৈ পঠোৱাৰ প্ৰস্তুতি চলিছে। একেবাৰে সৰু ছোৱালীজনীৰ ডেৰ বছৰ হৈছে। ইহঁতৰ বাৰেকুৰি জেঙা মাৰোতে, ঘৰৰ কামবন কৰোতে আৰু মাজে মাজে মাহেকীয়া বাজেটৰ হিচাব টনা আজোৰা কৰোতে কেতিয়া যে সময়বোৰ ধোঁৱা যেন হৈ উৰি উৰি নাইকিয়া

হৈ গ'ল তাৰ খবৰ নাই মণিকাৰ। প্ৰতিটো বছৰৰ লগতে নাই-কিয়া হৈ গ'ল তাইৰ মনৰ সকলো ৰং, সকলো আশা।

ছোৱালী হৈ থাকোঁতে তাই দেউতাকক কিমান কলে: ৰ'ব-চোন দেউতা, বি, এ টো দি লওঁ, তাৰ পিচতো দেখোন বিয়া পাতিব পাৰিব, কিন্তু নাই দেউতাকে নুশুনিলে। কলে: বিয়া হৈ যোৱাৰ পিচতো পৰীক্ষা দিব পাৰিবি কিন্তু। প্ৰদীপক পাইছোঁ, সি ভাল ল'ৰা, দুবছৰৰ আগতে বি, এ পাছ কৰি খ্বিলঙত আপাৰ ডিভিজনৰ কেৰাণী কাম কৰি আছে। অহাবাৰকৈ বোলে এ, চি, এচ ও দিব। চোকা ল'ৰা, ভৱিষ্যত ভাল। মণিকাই ভাবিলে: এৰা ঠিকেই মধ্য-বিত্ত মুষ্টৰ দেউতাকৰ জীয়েক তাই। কোন মুহূৰ্তত কেতিয়া কি ঘটি যাব পাৰে তাৰ কোনো নিশ্চয়তা যেতিয়া নাই বিয়াত মত দিয়াটোৱেই উচিত কথা। তাইৰ তলত দুটা ভায়েক আৰু দুজনী ভনীয়েক গজ্ গজ্‌কৈ ডাঙৰ হৈ আহিছে, সিহঁতকো উপযুক্ত শিক্ষা দি জীৱনৰ একোটা পথ কৰি দিব লাগিব এসময়ত। পিচত মণিকা মান্তি হ'ল। কথাটো দেউতাকৰ মুখত শুনিয়েই মণিকা আবেলি বেলিকা চন্দনহঁতৰ ঘৰলৈ গৈছিল। চন্দন! প্ৰথম যৌৱনত তাইৰ মনলৈ অহা প্ৰথম পুৰুষজন। কিন্তু কোনোদিন তাইৰ কোৱা নহ'ল চন্দনক এই কথাষাৰ। দেখে সদায়। কথা পতা হয় কম। কেতিয়াবা চন্দনহঁতৰ ঘৰলৈ ফুৰিবলৈ যায়, চন্দনৰ ওচৰলৈ নহয় মাকৰ ওচৰলৈ। চন্দনো কেতিয়াবা আহে। ঘৰ দুখনৰ মাজতো ভাল মিলা-প্ৰীতি। চন্দনৰ মণিকাক মনত পৰিছিলনে নাই মণিকাই ক'ব নোৱাৰে কিন্তু মণিকাৰ হ'লে পৰিছিল। ৰাতি শুবলৈ লওঁতে চকুদুটা মুদি দিওঁতে তাইৰ মুদ্ৰিত চকুৰ ভিতৰত চন্দনৰ মুখখন ভাঁহি উঠিছিল। কেনিবা ওলাই যাওঁতে চন্দনক হঠাৎ বাটত লগ পালে মনটো প্ৰফুল্ল হৈ পৰিছিল। বি, এ পঢ়িবলৈ যোৱাৰ আগতে এবছৰ চন্দনে স্থানীয় স্কুলখনত চাকৰি কৰিছিল। চন্দন ঘৰৰ আগেদি পাৰ হৈ যাওঁতে তাই লুকাই চুবকৈ চাইছিল।

চাই ভাল লাগিছিল, গহীন দীঘল খোজ পেলাই যোৱা চন্দনৰ যেন কাৰো লগতে তুলনা নহয়। কিন্তু চন্দনক যে তাইৰ ভাল লাগিছিল সেইটো কথা কাকো কোৱা নহ'ল, চন্দনকো। চন্দনৰো তাইক ভাল লাগিছিল নেকি সেইটো কথাও তাই বুজিব নোৱাৰিলে। কেতিয়াবা তাই চন্দনহঁতৰ ঘৰলৈ গ'লে হাতত কিতাপ এখন লৈ কোঠাৰ পৰা ওলাই আহিছিল চন্দন। হাতৰ আঙুলি এটা নে দুটা তেতিয়াও কিতাপৰ পাতৰ মাজতে আছিল। তাৰ পাচত দুই এটা কথা, বাৰান্দাত ইফালৰ পৰা সিফাললৈ অহা-যোৱা কৰি আকৌ ভিতৰত সোমাই থাকিছিল। আৰু তেতিয়া মণিকাই চন্দনৰ মাকৰ ওচৰলৈ গৈ মজিয়াত পীৰা পাৰি বহি সংসাৰখনৰ কথা পাতিছিল।

দেউতাকৰ মুখত তাইৰ বিয়াৰ আয়োজন কৰাৰ কথা শুনি তাই সেইদিনাই চন্দনহঁতৰ ঘৰলৈ গৈছিল, বিয়াৰ কথাটো চন্দনৰ আগত কৈ চাব, যদি চন্দনেও কিবা মনতে তেনে ভাব লৈ আছে? চন্দনে তাইৰ আগত একো খুলি কোৱা নাই কি হ'ল। কিজানি চন্দনেও এইটো ভাবকে মনত লৈ আছে? নহলে চন্দনে মাজে মাজে ইমান অসহায়ৰ দৰে তাইলৈ কিয় চায়? তাই সেইদিনা চন্দনহঁতৰ ঘৰলৈ গ'ল। চন্দনৰ দেউতাক কেনিবা ওলাই গৈছিল। চন্দনে বাৰান্দাৰ বেতৰ চকীত বহি কিবা শকত ধৰণৰ কিতাপ এখন পঢ়ি আছিল। তাই কলে: আপুনি এম, এ পঢ়িবলৈ কেতিয়াকৈ যাবগৈ? পঢ়াৰ পৰা মূৰ দাঙি চন্দনে কলে: হঠাৎ সুধিলাযে?

: নাই, এনেয়ে সুধিলোঁ। মোৰো ছাগে বি, এ পৰীক্ষা দিয়া নহ'বগৈ?

: কিয়? আচৰিত হৈ চন্দনে চালে।

: দেউতাহঁতে দেখোন বিয়াৰ কথা উলিয়াইছে।

: বিয়া! এতিয়াই? ইমান সোনকালে?

ঃ মোৰ দেখোন উনৈশ বছৰ পাৰ হৈ গলেই!

ছিঃ ছিঃ কৈ হাঁহি মণিকাই কলে

ঃ দৰা ঠিক হৈ গ'ল?

ঃ শুনিছোঁ।

ঃ ভাল কৰিছা, পিতৃ-মাতৃৰ আদেশ পালন কৰা উচিত। বৃদ্ধ জ্ঞানীজনৰ দৰে গম্ভীৰকৈ কথাষাৰ কৈ চন্দন নিজৰ কোঠালৈ সোমাই গ'ল।

ঃ জালুকবাৰীলৈ কেতিয়াকৈ যাব নকলে যে? মণিকাই চিঞৰি সুধিলে।

ঃ বোধকৰোঁ কালিলৈকে যামগৈ।

মণিকাৰ মাত শুনি চন্দনৰ মাক, পাকঘৰৰ পৰা ওলাই আহিল।

ঃ সি বোলে তিনিমাহ মানৰ পিচতহে যাব জালুকবাৰীলৈ। মাকৰ কথা শুনি মনে মনে মণিকাই হাঁহিলে। হাঁহিছিল যদিও মণিকাৰ অন্তৰখন বেজাৰেৰে গধুৰ লাগি গৈছিল। ইয়াতে চন্দনৰ লগত মণিকাৰ সকলো সম্পৰ্ক ছেদ। চন্দন সঁচাকৈ পিচদিনাই জালুকবাৰীলৈ গুচি গৈছিলগৈ। আৰু তাৰ কেইমাহমানৰ পিচতে মণিকাৰ বিয়া হৈ গ'ল শ্বিলঙৰ আপাৰ ডিভিজনৰ কেৰাণী প্ৰদীপৰ লগত। অৱশ্যে প্ৰদীপ কেৰাণী হৈয়ে থাকিল। এ, চি, এচ দিব-লৈকো নহ'ল তাৰ। ডেৰবছৰৰ পিচত ডাঙৰ ল'ৰাটোৰ জন্ম হৈছিল। তাক কোলাত লৈ এদিন প্ৰদীপে কলেঃ এতিয়া আৰু কি পৰীক্ষা দিম মই? তুমিয়েই নহলে বি, এ টো দি দিয়া। আগৰ পুৰনি কিতাপ, পাছ কৰি যোৱা লগৰ ছোৱালীৰ নোট্‌ছ আদি মণিকাই পুৰণি থেকেৰা সামৰি থোৱাৰ দৰে থৈ দিছিল। কিন্তু এইবোৰ গোটাই থোৱাতে থাকিল। পৰীক্ষা দিয়া আৰু নহ'ল। প্ৰথমতে শ্বিলঙখন বেয়া নালাগিল মণিকাৰ। অৱশ্যে মণিকাৰ মনত এটা দুখ আছিল। সেইটো হৈছে শ্বিলঙৰ মানুহবোৰ বৰ বেছি নিজক লৈ ব্যস্ত আৰু বৰ বেছি ক্লাছ-কনচাচ্‌। মণিকাহঁতৰ

ঘৰটোৰ কাষতে থকা টিলাটোৰ ওপৰৰ ঘৰটো আড়ম্বৰপূৰ্ণ। সুখৰ জীৱন দেখি দেখি মণিকাৰ চকু ভৰি আহিছিল, আৰু তেতিয়া ওচৰৰে নবীন ভট্টাচাৰ্যৰ পত্নীৰ স'তে সেই বিষয়ে আলোচনা কৰিছিল। নবীন ভট্টাচাৰ্যৰ পত্নীক মণিকাই বাইদেউ বুলি মাতিছিল। তেখেতেই মণিকাক কৈছিল: তুমি মাত্ৰ এই এবছৰহে আছা ইয়াত; মই পাঁচ বছৰ থাকি শ্বিলঙৰ সকলো তলা-নলা পালোঁ। মই ভট্টাচাৰ্যক কওঁ এইবোৰ দেখি শুনি আমনি লাগিছে, লগতে তিতা কৈঁহাও। পাৰিলে ভৈয়ামতে ক'ৰবাত কাম এটা বিচাৰি লওক। চেষ্টাত আছে, পিচে এতিয়ালৈকে একো দেখোন সুবিধা কৰিব পৰা নাই।

মণিকা আৰু ভট্টাচাৰ্য বাইদেৱে এইবোৰ সুখ দুখৰ কথা পাতে— মাজে মাজে জাৰকালি হ'লে দুটামান কমলা আগত লৈ ৰ'দত বহি খাই খাই আৰু গৰমকালি হ'লে আগত কেইটামান প্লামলৈ খাই খাই— ভট্টাচাৰ্যৰ ঘৰৰ বাৰান্দাত বহে। গিৰিয়েকহঁত কামলৈ ওলাই যোৱাৰ পিচত এইখিনি তেওঁলোকৰ প্ৰচুৰ সময় নাযায় দুপুৰায়। মাজে মাজে—টিলাৰ ওপৰৰ মানুহ ঘৰৰ কথা পাতে আৰু দুয়োৰে কথাত সেইঘৰ মানুহৰ প্ৰতি ঈৰ্ষাৰ ভাৱটোও ফুটি ওলায়, ক'ব নোৱাৰাকৈ। কেতিয়াবা দেওবাৰে দুয়ো লগ লাগি খোজ কাঢ়িয়েই মতিনগৰত থকা স্বামীৰ সহকৰ্মীৰ পৰিয়ালত আবেলিটো কটাই আহেগৈ। আহি যে ইমান ভাগৰ লাগিছিল!

এদিন মণিকাই দেখিলে তেওঁলোকৰ ওচৰৰ টিলাৰ ওপৰৰ মানুহ ঘৰৰ ডাঙৰ পুতেকে এজনী ৰাজকুঁৱৰী যেন ছোৱালী বিয়া কৰাই ঘৰ সোমোৱালেহি। সঁচাকৈয়ে ৰাজকুঁৱৰী যেন, ভৰিৰ গোৰোহাটোলৈকে নিখুঁত। অৱশ্যে মণিকাহঁতক বিয়ালৈ মতা নাছিল। ইয়াৰ কেইদিনমানৰ পিচতে দেখিলে পুতেক বোৱাৰী-য়েক একেলগে কেনিবা সিহঁতৰ ঘৰৰ আগেদিয়ে ফুৰিবলৈ ওলাই গৈছে। ন-কইনাই যিবোৰ কাপোৰ কানি পিন্ধিছে সেইবোৰে

চকুত চাট্ মাৰি ধৰিব পৰা। মণিকাই এইবোৰ খুব সূক্ষ্মভাৱে লক্ষ্য কৰিলে খিড়িকীৰ ফাঁকেদি। সেইদিনাখন মণিকাৰ মনটো নিৰাশাৰে ভৰি পৰিছিল। কোনোদিনেই জীৱনটো ইমান নিৰাশাৰে ভৰা যেন লগা নাছিল মণিকাৰ।

সেইদিনা আবেলি চাহ দিবৰ সময়ত মণিকাৰ মুখখন ওফন্দি আছিল। ল'ৰাটোক এনেয়ে গালি পাৰি উঠিছিল। প্ৰদীপে চাহ খাই খাই কলে: তুমি ওলাবাচোন এদিন ডাক্তৰৰ ওচৰলৈ লৈ যাম।

: কিয় ডাক্তৰৰ ওচৰলৈ ?

: কিবা এটা টনিক্‌ৰ ব্যৱস্থা কৰিব লাগিব। মানুহ দুৰ্বল হলে খিংখিঙীয়া হয়।

: হৈছে হৈছে টনিক্! চিলাই মেচিন এটা লবলৈ কলোঁ তাকো নুশুনিলা, ট্ৰেন্‌জিষ্টৰ চেট্ এটা লবলৈ কলোঁ তাকো নুশুনিলা। নালাগে— টনিক্ খুৱাই মোক লেৰেলা সাদৰ দেখুৱাব। মইতো বেয়ালৈ কোৱা নাই। এইবোৰ দৰকাৰী বস্তু যদি এতিয়াই নলওঁ পিচত কেতিয়া ল'বা ? চাওঁতে চাওঁতে আমাৰ সংখ্যাও বাঢ়ক, দেওৰটোও কলেজলৈ যাওক, ননদকো বিয়া দিবলগীয়া হওক।

প্ৰদীপে মণিকালৈ মন কৰিলে। মণিকাই ঘনে ঘনে উশাহ সলাইছিল। শকতো হৈছিল আৰু হয়তো দুমাহৰ পিচত মণিকা আৰু এটা কেঁচুৱাৰ মাক হৈ পৰিব। তাৰোপৰি এনেকুৱা গাৰেই ৰাতি পুৱাৰ ঘৰ সৰাৰ পৰা ৰাতি চুৱা কাঁহী-বাটি ধোৱালৈকে সকলো কাম মণিকাই কৰিব লাগে। দ্বিতীয়তে কেঁচুৱাটো জন্ম হোৱাৰ ছমাহমানৰ পিচত মণিকাই ঠেকেচি নেকেচি দেৰাজৰ পৰা কিতাপ পত্ৰবোৰ উলিয়ালে। প্ৰদীপে হাঁহি হাঁহি কলে: কি হ'ল আকৌ পৰীক্ষা দিবৰ মন গ'ল নেকি ?

ভাবিছোঁ, নহ'লে এদিন হয়তো এসাজ ভাত আৰু এসাজ কাপোৰৰ কাৰণে লোকৰ গুৰিত হাত পাতিব লাগিব। কথাখিনি ক্ষোভেৰে কৈ মণিকা কোঠাৰ পৰা ওলাই গৈছিল। কি উদ্দেশ্য

লৈ মণিকাই এইষাৰ কথা কলে। সেইটো প্ৰদীপে বুজিব পাৰিলে। কিন্তু মণিকা কিয় এনে হ'ল? প্ৰথম বাৰৰ বাবে প্ৰদীপৰ বুকুখন যেন বেজাৰত হুটুকুৰাহৈ ভাগি গ'ল। মণিকাৰ ওচৰলৈ গৈ মণিকাৰ বাহুত ধৰি প্ৰদীপে কলে: কি অভাৱ মই তোমাৰ পূৰণ কৰা নাই তাকতো তুমি মোক কৈ দিব পাৰা।

: কি অভাৱ মোৰ থাকিব পাৰে! তুমি মোক মহাৰাণীৰ দৰে থৈছা। মুখেৰে একো নামাতি এইবাৰ প্ৰদীপ বাহিৰলৈ ওলাই গ'ল। তেতিয়া আন্ধাৰহৈ আহিছিল। ভট্টাচাৰ্যৰ ঘৰৰ ল'ৰা-টোৱে এম্ মানে মেন, আৰ মানে ৰেট্ আওৰাইছিল। ওচৰৰ টিলাৰ ওপৰৰ ঘৰটোৰ পৰা হাঁহি আৰু কথাপতাৰ শব্দ ভাঁহি আহিছিল পাহাৰীয়া জলপ্ৰপাতৰ স্ৰোতৰ দৰে। ইখনৰ পিচত সিখন গাড়ী হৰ্ণ দি দি প্ৰদীপহঁতৰ ঘৰৰ আগেদিয়ে গৈ টিলাত উঠিছিলগৈ। কিবা বোধহয় পাৰ্টি দিছে আজি।

ইয়াৰ পিচত ছুটাদিন প্ৰদীপ আৰু মণিকাৰ মাজত নমতা নমতিকৈ পাৰহৈ গ'ল। তৃতীয় দিনা প্ৰদীপে কলে: মণিকা তুমিটো জানা মই সামান্য কেৰাণী। তুমি আৰু ইয়াতকৈ কিবা আশা কৰাটোও ভুল।

: এনেকুৱা সন্ন্যাসী মনোভাৱৰ মানুহে বিয়া নকৰোৱাই ভাল।

নিজৰ অকৰ্মণ্যতাৰ কথা ভাবি প্ৰদীপৰ লাজ লাগিল।

এদিন প্ৰদীপে বুজি পালে এইটো ঘৰত মানে এই টিলাটোৰ ওপৰত থকা মানুহ ঘৰৰ সমুখত যদি মণিকা আৰু সি বাস কৰিব-লগীয়া হয় তেতিয়া হ'লে তাৰ আৰু কোনো দিন শান্তি নাই। মণিকাৰ মন ছোৱালী মন। যি দেখে তাকে পাবলৈ কামনা কৰে। আৰু সেইবাবে কেইবাদিনো চেষ্টা কৰি কৰি এঠাইত এটা ভাৰাঘৰ পালেগৈ। সঁচাকৈয়ে এদিন সপৰিয়ালে তালৈ প্ৰদীপ উঠি গ'লগৈ। ঘৰটো মণিকাৰ বেয়া নালাগিল। আগৰটোতকৈ কোঠা এটা বেছি, ভাৰা অথচ সমানেই দিব লাগে। কাষত তিনি ঘৰ

খাটিয়া আছে। দুখীয়া মানুহ। শাক-পাচলি ফল-মূলৰ খেতি কৰে। দুই এজনী খাটিয়ানীয়ে মণিকাৰ ওচৰলৈ কেতিয়াবা কাম নাথাকিলে আহে আৰু মাইজীৰ কাম থাকিলে সিহঁতক মাতিবলৈ কয়। মণিকাই ভালেই পালে। কেতিয়াবা বলে নোৱাৰা আঁঠোৱাখন, বেড্-ক'ভাৰখন ধুবলৈ, পাক ঘৰটো ৰঙা মাটিৰে ৰঙচুৱা কৰি মচিবৰ কাৰণে ওচৰৰ এজনী খাটিয়ানীক মাতি আনে। পাচলি আদিও বজাৰলৈ নোযোৱাকৈ সিহঁতৰ হাতৰ পৰাই কিনি ল'ব পৰা হ'ল। ওচৰৰ চিনাকি মানুহ বুলি সস্তাতেও দিয়ে। আকৌ আগৰদৰে মণিকা প্ৰদীপহঁতৰ সংসাৰখন চলি গ'ল। ইয়াৰ পিচত আৰু দুটা ল'ৰা-ছোৱালী সিহঁতৰ সংসাৰখনলৈ আহিল। তিনিটা ল'ৰা আৰু এজনী ছোঁৱালী। শেষৰজনী ছোৱালী হস্পিটালত হ'ল। লগে লগে অপাৰেচনো হৈ গ'ল।

টিলাৰ ওপৰত থকা মানুহ ঘৰৰ কাষত থাকোতে মণিকাৰ মনত যি নিৰাশা আৰু অসুখীয়া ভাব আছিল সেইবোৰ এই কেইবছৰত নাইকিয়া হৈ গ'ল। ল'ৰাকেইটাৰ লগতো নিজক ব্যস্ত ৰাখিব লগীয়া হ'ল। স্কুললৈ দূৰ হয় বাবে মণিকাই সিহঁতক ঘৰতে পঢ়াইছে।

ইয়াৰ কিছুদিনৰ পিচত এদিন প্ৰদীপে মণিকাক অফিচৰ পৰা আহি কলেহি: শুনা, আমাৰ ঘৰৰ ফালেই এটা কাম ঠিক কৰিলোঁ।

: ঠিক হৈ গ'লেই নেকি? ভালেই কৰিলা দিয়া। ইহঁতৰ পঢ়াশুনাও হোৱা নাই। সদায় আৰু ঘৰতে পঢ়ি থাকিবনে ইহঁতে? সঁচা ক'বলৈ গ'লে অৱস্থাত পৰিহে মই এইখন ঠাইত আছোঁ। ইচ্ছা কৰি মই এইখন ঠাইত কেতিয়াও নাথাকিলোহেঁতেন।

ভৈয়ামলৈ যাবলৈ পাই মণিকাৰ মনটো আনন্দত নাচি উঠিল। এদিন দেওবাৰে প্ৰদীপৰে সৈতে নবীন ভট্টাচাৰ্যৰ ঘৰৰ পৰাও আহিলগৈ। বাইদেৱে বেজাৰত চকুকেইটা সেমেকাই পেলালে।

সেই ফালে কিবা কামৰ খবৰ পালে তেওঁলোককো জানিবলৈ দিবলৈ নাপাহৰিবলৈ কলে।

ইয়াৰ পিচত এদিন শ্বিলঙৰ পৰা সপৰিয়ালে প্ৰদীপ নামি আহিল আৰু আহি নিজৰ গাওঁৰ ঘৰলৈ গ'লগৈ পোনে পোনে। তাত দুদিনমান নিজে থাকি আৰু মণিকাহঁতক কিছুদিন থাকিবলৈ উপদেশ দি নিজৰ কাম কৰা ঠাইলৈ প্ৰদীপ গুচি গ'লগৈ।

তাৰ পিচত এয়া মণিকাহঁত এইখন ঠাইলৈ অহা তিনিমাহ হ'ল। ঘৰটো তিনিকোঠলীয়া 'খেৰৰ'। ভাৰা অৱশ্যে দিব নালাগে। চৰকাৰী ঘৰ। ওচৰেদি ট্ৰেইন পাৰ হৈ যায়। আধামাইল আঁতৰতে ৰেলষ্টেচন। ট্ৰেইনখন সেই ফালেদি পাৰহৈ গ'লেই ডাঙৰ ল'ৰাহালে দৌৰি বাহিৰলৈ ওলাই গৈ ট্ৰেইন চোৱাটো এটা স্ফুৰ্তিৰ কাম হৈ পৰিছে—আনকি সাৰ পাই থাকিলে ৰাতিও চাবলৈ নাপাহৰে। তৃতীয়টোৱে বিচনাত উঠি খিড়িকীৰ ৰডত ধৰি অবাক দৃষ্টিৰে চাই থাকে ট্ৰেইন যোৱা। ছোৱালীজনী সৰু হৈ আছে।

মণিকাই দেখিলে প্ৰদীপে এই ঠাইটুকুৰা ভাল পাইছে। ওচৰতে এটা ৰঙ্গাদিনীয়া পুখুৰী। সন্ধিয়া সেইটোৰ পাৰত বহিলে সুন্দৰ বতাহ বয়। পুখুৰীটোৰ ইটো পাৰতে এটা প্ৰকাণ্ড ডাঙৰ ঘৰ। দুটানে এটা কেঁচুৱাৰে এহাল মানুহ থকা মণিকাই দেখিছে। কেতিয়াবা আবেলি বাৰান্দাত বহি থকা দেখা পায়। কেইবাটাও চাকৰ আছে নেকি! ইফালে সিফালে লগুৱা ধৰণৰ মানুহক ঘৰৰ বাহিৰ-ভিতৰ কৰি থকা দেখা পোৱা যায়। যি সময়ত সেই ডাঙৰ ঘৰটোৰ মানুহহাল বাৰান্দাত বহি থাকে সেই সময়ত মণিকাৰ অলেখ কাম। কিন্তু সেই হাল মানুহ বাৰান্দাত বহি থাকিলে মণিকাই পুখুৰীৰ পৰা পানী অনাটো তেতিয়ালৈকে বাদ দিয়ে।

প্ৰদীপে মন কৰিলে: আগৰ টিলাৰ ওপৰত থকা মানুহঘৰ যেন এইবাৰ পুনৰ বেলেগ ৰূপত ইয়াত থিয় দিলেহি! মণিকাৰ আনন্দৰে ভৰি থকা মনটো আজি কালি আকৌ নিৰাশাৰে ভৰি

উঠা হ'ল। কেতিয়াবা জোনাক নিশা ল'ৰা-ছোৱালী কেইটাক পঢ়াৰ টেবুলত বহুৱাই দি প্ৰদীপ আৰু মণিকাই তুখন চকী উলিয়াই পুখুৰীৰ পাৰত বহি থাকে। ইটো পাৰৰ ডাঙৰ ঘৰটোৰ টিংবোৰ তেতিয়া জোনাকত ৰূপ জিলিকাদি জিলিকি থাকে। মণিকাই মাজতে হঠাৎ বহি থকাৰ পৰা কিবা এটা ভাবি মুখখন নিৰাশাৰে ভৰাই ভিতৰলৈ উঠি যায়গৈ। প্ৰদীপে মন কৰিলে মণিকাৰ ঘনাই খং উঠা হ'ল। কাৰণে অকাৰণে ল'ৰা-ছোৱালী কেইটাৰ ওপৰত দম্-দমাই উঠে। খোৱা-বোৱা কৰিব নোখোজে। অলপতে প্ৰদীপৰ অকৰ্মণ্যতাক সোঁৱৰাই থাকে। মণিকাৰ বিৰক্তিপূৰ্ণ মুখখন দেখি প্ৰদীপৰ মন যায় যেন ঘৰৰ আগত এখন ডাঙৰ বেৰ দিব যিখনে মণিকাক ইবোৰ ঘৰৰ দৃশ্যৰ পৰা আঁতৰাই ৰাখে। এদিন মণিকাক প্ৰদীপে কলে: তুমি নহ'লে কিছুদিন মাৰাৰ ঘৰতে থাকি আহাগৈ। বহুতদিন যোৱা নাই নহয়? মণিকাই ভালেই পালে। বহুতদিন মণিকা মাকৰ ঘৰলৈ সঁচাকৈ যোৱা নাছিল। ওচৰৰ চন্দনেও চাগে ইতিমধ্যে বিয়া বাৰু কৰাই ঘৰ সংসাৰ কৰিলে। কৰাওক, চন্দন সুখী হওক। মণিকাই মাকৰ ঘৰলৈ যোৱাৰ কথা ঠিক কৰাৰ পিচতে এদিন আহি প্ৰদীপে মণিকাক কলেহি: সেই যে বিজয়ৰ কথা তোমাক কৈছিলোঁ মনত আছে?

: কতৰ কথা তুমি মোক কলা। মই আৰু মনত ৰাখি থৈছোঁনে?

: নহয় নহয় সেইযে বিজয়। চহকী মানুহৰ ল'ৰা। বাপেকৰ চাহ বাগিছা আছে। সেইবোৰলৈ তাৰ কিন্তু খবৰেই নাই। হুৰ-মুৰকৈ টকা এসোপা নিজে খৰচ কৰি আনকো বিলাব। কত ল'ৰা সিয়েই পঢ়ালে পৰোক্ষভাৱে। আমাৰ লগৰ অনেক ল'ৰাই দৰিদ্ৰ-পৰিয়ালৰ পৰা অহা। মাহৰ শেষতো যেতিয়া তেওঁলোকলৈ ঘৰৰ পৰা পইচা আহি নাপায়হি তেতিয়া তেওঁলোকৰ ৰক্ষক হৈছিল বিজয়। ভাল চাকৰি এটা লৈ সি এতিয়া ইয়ালৈকে বদলি হৈছে।

আগতে ডিব্রুগড়ত আছিল। বিয়াও কৰালে বোলে। ওলাবাচোন এদিন—সি খুব মাতিছে।

মণিকাই নাযাওঁ বুলি নকলে। তথাপি মণিকাই ভাবিলে: বিজয়ক বাৰু জানিলোঁ, পৰিবাৰ গৰাকী বা কেনেকুৱা! ভাল চাকৰি কৰা আৰু অলপ টকা থকা বিধৰ মানুহ বোৰৰ প্ৰতি মণিকাৰ এটা বেলেগ ধাৰণা হৈ গৈছিল। মণিকাৰ মনৰ ভিতৰত যোৱাৰ ইচ্ছা নাছিল যদিও প্ৰদীপে লগ ধৰাত নাযাওঁ বুলি নকলে। ল'ৰা-ছোৱালী কেইটাক লগত নিয়াৰ কথাও নাভাবিলে। প্ৰদীপে কলে সৰু ছোৱালীজনীকে লৈ যাব।

আজি সেই দিনটো উপস্থিত হ'লহি। প্ৰদীপ কামৰ পৰা আহিবলৈ আৰু এঘণ্টামানহে বাকী। লৰালৰিকৈ মণিকাই চাহ-জাহ খিনি কৰিলে। ল'ৰা কেইটাক ফুৰিবলৈ যোৱাৰ কথা ক'লত সিহঁতেও যাওঁ যাওঁ লগালেও মণিকাই সিহঁতক থাকিবলৈ কলে।

মাত্ৰ ডেৰ-বছৰীয়া ছোৱালীজনীক মণিকাই লগত ল'লে। তাইৰ মুখ হাত ধুৱাই দি গোটেই গাটোতে পাওদাৰ ঢালি দিলে। মুখখনতো পাফ্‌টো বুলাই দি কাজলৰ ফোঁট এটা কপালত দিলে। তাৰ পিচত বগলি পাখি যেন বগা ফ্ৰক্‌টো পিন্ধাই দি বেতৰ চকীখনত বহুৱাই থলে। তাইও আমনি নকৰাকৈ পুতলাটোৰ দৰে বহি থাকিল। ইতিমধ্যে প্ৰদীপো আহি পালেহি। চাইকেলখন ভিতৰত ভৰাই থৈ নিজে জোতাজোৰ খুলি চেণ্ডেলজোৰ পিন্ধি ডিণ্ডিত টাৱেলখন পেলাই গাধোৱা ঘৰলৈ সোমাই গ'ল। পানী এবাল্টি মণিকায়ে আগতে যোগাৰ কৰি থৈছিল। মণিকাই ভিতৰত প্ৰদীপলৈ চাহ সজালে। মুখহাত ধুই উঠি প্ৰদীপে অকণমানি ছোৱালীজনী সাজি কাছি বহি থকা দেখি হাঁহি হাঁহি কলে: ই পুতলাজনী তুমি ওলালাই নেকি? মৰমতে ছোৱালীজনীক প্ৰদীপে পুতলা বুলি কয়। ভিতৰলৈ চাহ খাবলৈ গৈ মণিকাক কলে: তোমাৰ সকলো কাম হ'ল নহয় সোনকালে ওলোৱা। মণিকাই

কলে : হ'লেই। গধুলিলৈ দাইলখিনি বহাই দিলোঁৱেই। তুমি চাহ খোৱা মানে মই চাউল কেইটা ধুই লওঁ আৰু পাচলিকেইটা কুটি থৈ যাওঁ, নহ'লে গধুলিকৈ আহি অসুবিধা হ'ব। কামবোৰ লৰা-লৰিকৈ সমাধা কৰি মণিকাই এইবাৰ কাপোৰ-কানি পিন্ধি ওলালে। প্ৰদীপো ওলাল। পুতলাক হাতত ধৰি প্ৰদীপ আৰু ওৰণীখন মুৰৰ ওপৰত ঠিক কৰি মণিকা আহি আলিবাটত থিয় হ'লহি।

ঘৰটো প্ৰদীপে বেছি দূৰৈত নহয় বুলি কৈছিল যদিও মণি-কাই অনুভৱ কৰিলে তাইৰ খোজ কাঢ়ি আমনি লাগিলেই। প্ৰদীপে কলে : আৰু বেছি দূৰ নাই। সি কোৱা মতে ঘৰটোৰ আগত দুফালে দুজোপা তালগছ আৰু এজোপা লতাকৰবী আছে। পুতলাক মণিকাই কোলাত দাঙি ল'লে। অলপ দূৰৈৰ পৰা মণিকা আৰু প্ৰদীপে দেখিলে বিজয়ৰ ঘৰটো ওলালেই। তালগছ দুজোপা ধীৰে ধীৰে হালি আছে। লতাকৰবী জোপা হালধীয়া ফুলেৰে জাতিষ্কাৰ হৈ আছে। শান্ত পৰিবেশৰ মাজত এটা ধুনীয়া চাংবঙলা। ঘৰটোৰ ওচৰত অজানিতে মণিকাৰ সংকোচ ভাৱ এটা আহি গ'ল। পৰিবাৰ গৰাকী বা কেনেকুৱা মানুহ। অজানিতে নিজৰ কাপোৰ কানি বোৰৰ ওপৰেদি নিজৰ চাৱনিটো বৈ গ'ল। প্ৰদীপে কলে : ব'লা ওপৰলৈকে উঠি যাওঁ, সেইটো তলত তাৰ অফিচঘৰ বোধ-হয়। প্ৰদীপহঁত উঠিবলৈ লৈছেহে এনেতে বিজয় ওপৰৰ কৰিড'ৰ-টোলৈ ওলাই আহিছিল। প্ৰদীপক দেখি চিঞৰ বাখৰ লগাই দিলে। : এই যে প্ৰদীপ একেবাৰে শ্ৰীমতীৰে সৈতে। আহ, আহ। চাওঁ অ' প্ৰতিমা, প্ৰতিমা কোন আহিছে চোঁৱাহিচোন আহা।

প্ৰতিমা কোন মণিকাৰ বুজিবলৈ অকণমান টান লাগিল। জীয়েক নে পত্নী? তাৰ পিচত জানিবা ভুল ভাগিল। কিছু স্থূলাকৃতিৰ মৰম লগা মুখৰ মানুহ এগৰাকী ভিতৰৰ পৰা ওলাই আহিল। পিন্ধন-উৰণ চলন-ফুৰণত আভিজাত্যৰ ছাঁ। চকুৰ তলত অলপ অলপ ক'লা দাগ বহিছে। সেই খিনিয়ে মানুহ গৰাকীক

বেছি গম্ভীৰ কৰি তুলিছে। বিজয়ে চিনাকি কৰি দিলে। তাৰ পিচতে ভিতৰলৈ মাতি নি বহিবলৈ দিলে। কোঠাটো অদ্ভুত ধৰণে গহীন গহীন লাগিল মণিকাৰ। চুকত এটা ৰেডিঅ'ৰ মিহি মিহি শব্দৰে গানৰ সুৰ ভাঁহি আহিছিল শুনা-নুশুনাকৈ। প্ৰতিমাই মণিকাৰ ওচৰৰ পৰা পুতলাক মাতি নি নামধাম সুধি মৰম কৰি নিজৰ কাষত বহুৱাই ল'লে। বিজয়ে বাৰে বাৰে প্ৰতিমালৈ চালে। অনেক কথা ওলাল—এইখন ঠাইত থাকি প্ৰদীপহঁতৰ কেনে লাগিছে, শাক-পাচলিৰ অনেক দাম। ···প্ৰদীপে মন কৰিলে বিজয় আগৰদৰেই আছে।

মণিকাই মন কৰিলে ঘৰখন বেছ নিজঞ্জাল। ল'ৰা-ছোৱালী-বাৰ ইয়াত নাথাকে নেকি ? এখন বেৰত মন কৰিলে দুটা পাঁচ ছবছৰীয়া ল'ৰাই কান্ধত ধৰা-ধৰিকৈ তোলা এখন ফটো। হাঁহি আছে। খুব মৰম লগা। তাৰ ইফালে আনখন বেৰত দেখিলে মাখন যেন কোমল এখন মুখেৰে এজনী এবছৰীয়ামান নোদোকা ছোৱালী—ডাঙৰকৈ বন্ধাই বেৰত আঁৰি থৈছে। এবাৰ প্ৰতিমা ভিতৰলৈ সোমাই গ'ল। ঠাকুৰটোক দিহা দিয়া মণিকাই শুনিলে। বিজয়ো কিবা এটা কাৰণত বাহিৰলৈ ওলাই গৈছিল। এই সময়ত প্ৰদীপে মণিকাক কলেঃ ইহঁতৰ ঘৰখন দেখোন তেনেই উকা উকা লাগিছে। ল'ৰা-ছোৱালী নাই নেকি ? আঁৰি থোৱা ফটোকেইখনলৈ মণিকাই আঙুলিয়াই দেখুৱাই কলেঃ সেই কেইটা দেখা নাই নেকি ? ল'ৰাদুটাক হয়তো চিমলা বা দাৰ্জিলিঙত থৈছে। আমাৰ নিচিনানে কিবা ঘৰতে সোমাই থাকি গৰু হ'ব ? ছোৱালীজনী চাগে শুইছে।

মণিকাৰ কথাবোৰ শুনি প্ৰদীপৰ বুকুখন আকৌ বিষাই গ'ল, নহাহেঁতেনেই ভাল আছিল নেকি ? কোঠাটোত থকা বস্তুবোৰত চকু ফুৰাই মণিকাই ভাবিলে, হয়তো গোটেই জীৱনতে সিহঁতে এনেকুৱা এটাও বস্তু ল'ব নোৱাৰিব। ইতিমধ্যে গধূলি হৈ আহিছিল। বিজয় সোমাই আহি লাইটটো জ্বলাই দিলে। কাম কৰা মানুহ

এটাই বাহিৰৰ কৰিড'ৰৰ লাইট বোৰো জ্বলাই দিলে এটা এটাকৈ। এইবাৰ প্ৰতিমা আহি সিহঁতক আটাই কেইটাকে ভিতৰলৈ চাহ খাবলৈ মাতিলে। পুতলাক প্ৰতিমাই ল'লে। আটোমটোকাৰিকৈ পুতলাকো টেবুলৰ একাষে বহুৱাই দি প্ৰতিমাই এফালে থিয় হৈ চাৰ্ভ কৰিলে। প্ৰতিমাহঁতৰ ল'ৰা-ছোৱালী কেইটাৰ কথা সোধোঁ সোধোঁকৈ সুধিব পৰা নাই মণিকাই। চাহ খাই উঠাৰ পিচত প্ৰদীপ আৰু বিজয় বাহিৰলৈ উঠি আহিল। মণিকা আৰু প্ৰতিমা তাতে বহি ঘৰুৱা কথা পাতিবলৈ ধৰিলে। ছোৱালীজনীৰ কেইবছৰ হ'ল আৰু ল'ৰা আছে নে নাই ইয়াৰ আগতে ক'ত আছিল ইত্যাদি। যথাযথ উত্তৰ দিয়াৰ পিচত ছেগ বুজি প্ৰতিমাক মণিকাই সুধিলে: ইয়াৰ আগতে আপোনালোক ডিব্ৰুগড়ত কেইবছৰ আছিলে ?

ঃ প্ৰায় ছ'বছৰ।

মণিকাই যেন আচল উত্তৰটোৱেই পালে। ঠিকেই সেই বেৰত আঁৰি থোৱা ছবিখনৰ ল'ৰা কেইটা আৰু ছোৱালীজনী এওঁলোকৰে হ'ব। ইফালে এটা ৰেকত সজাই থোৱা পুতলা আৰু বিভিন্ন খেলাৰ সামগ্ৰী দেখি ছোৱালীজনী যে শুই আছে সেই ধাৰণা মণিকাই ঠিক কৰি পেলালে। তাৰ পিচত সুধিলে: আপোনাৰ ল'ৰা ছোৱালী কেইটা ?

বিষাদৰ মৃদু হাঁহি মাৰি প্ৰতিমাই উত্তৰ দিলে: নাই। ল'ৰা-ছোৱালী এটাও নাই আমাৰ।

ঃ এটাও নাই ? কিয় বাহিৰত আঁৰি থোৱা কেইটা আপোনালোকৰ নহয় নেকি ?

ঃ ওঁহো। সেই কেইটা আমাৰ ভতিজা। বৰজনাৰ ল'ৰা। বৰ মৰম লগা নহয় নে ? মই মৰমতে এনলাৰ্জ কৰাই বন্ধাই থৈছোঁ। বিজয়ৰ পত্নীৰ বেজাৰ-সনা মুখখন দেখি মণিকাৰ বৰ বেয়া লাগিল। কিছুসময়ৰ পিচতে মণিকা বহাৰ পৰা উঠিল। ৰাতি হৈ অহা বাবে ঘৰত ল'ৰাকেইটাই ভয় কৰিব বুলি ক'ব

খুজিও ক'ব নোৱাৰিলে মণিকাই প্ৰতিমাক। এইবাৰ ওলাই আহোঁতে বেৰত নোদোকা ছোৱালীজনীক মন কৰি মণিকাই এটা কথা আবিস্কাৰ কৰিলে যে সেইজনী আচলতে কোনোবা বেবীফুডৰ এড্ ভাৰ্টাইজমেণ্টৰ পৰা কাটি বন্ধাই থোৱা ছোৱালীহে। অজানিতে মণিকাৰ এটা হুমুনিয়াহ ওলাই আহিল। পুতলাক বিজয়ৰ পত্নীয়েই কোলাত লৈ ওলাই আহিছিল। বিজয়ে প্ৰতিমালৈ চালে। প্ৰদীপ আৰু মণিকাই নেদেখাৰ ভাও জুৰিলে। মণিকাই কলেঃ ব'লা যাওঁগৈ। বিজয়ে যেন সম্বিত ফিৰাই পালেঃ ওলালেই নেকি? আহিবচোন আকৌ।

ঃ আপোনালোকে এদিন যাব। মণিকাই প্ৰতিমালৈ চাই কলেঃ যাব দেই এদিন। নগ'লে বেয়া পাম। গেটৰ মুখলৈকে বিজয় আৰু প্ৰতিমাই সিহঁতক আগবঢ়াই থৈ গ'লহি।

প্ৰদীপ আৰু মণিকাই নীৰবে খোজ আগবঢ়াই দিলে। পুতলা প্ৰদীপৰ কোলাত। দুয়োটা অতি গম্ভীৰ হৈ পৰিছিল। তেতিয়া যেন কিবা এটা দুঃখত দুয়োটা গভীৰভাৱে দুঃখিত।

সেইদিনা ৰাতি নিজৰ বিচনাত শুই গাৰুত মূৰ গুজি মণিকাই কান্দিছিল। কান্দোন শুনি প্ৰদীপ নিজৰ বিচনাৰ পৰা উঠি গৈ আঁঠুৱা দাঙি মণিকাৰ মূৰত হাত থৈ কলেঃ কিয় কান্দিছা মণিকা? গা বেয়া লাগিছে নেকি? তাতে বহুতদূৰ বাট খোজ কঢ়াও হ'ল তোমাৰ আজি। মূৰ জোকাৰিছিল মণিকাই। ঃ তেন্তে কিয় কান্দিছা?

ঃ তোমাক মই মিছায়ে ইমান কথা শুনাই থাকোঁ—বিজয়হঁততকৈ আমি কিমান সুখী।

মণিদীপ
জানুৱাৰী '৬৪

# মানিনী চৌধুৰী

প্ৰধানমন্ত্ৰী আহি যোৱাৰ পিছদিনা ৰাতিপুৱা এইখন নগৰৰ এটা ঘৰৰ এগৰাকী মহিলাই হ'কাৰে দি থৈ যোৱা কাগজ চাবলৈ মুখত আধা চুণকাম কৰা অৱস্থাৰেই ড্ৰেচিং আয়নাৰ সন্মুখৰপৰা উঠি আহিল। তাৰ পিচত লৰালৰিকৈ আটাইকেইখন কাগজ চাই মুখখন গহীন আৰু ভাবুক কৰি ভিতৰলৈ পুনৰ সোমাই গ'ল। পেটৰ ভিতৰতে খংটোও উঠিল। এই গৰাকী মহিলাৰ নাম— ? নাই আচল নামটো নকওঁ। কলে অকৃতজ্ঞ হ'ম। এটা কাল্পনিক নাম দিওঁ—মানিনী চৌধুৰী। চিমেণ্ট আৰু টিনৰ অভাৱত আমাৰ ঘৰ এটা আধাসজাহৈ প্ৰায় এবছৰ পৰি থকাৰ পিচত মানিনী চৌধুৰীৰ স্বামীয়েই আমাক আমাৰ ঘৰটো সজাত বহুত সহায় কৰি দিলে— যিথিনি সহায়ৰ বাবে আমি গোটেই-ঘৰ মানুহ তেওঁৰ ওচৰত কৃতজ্ঞ। যদি সঁচা নামটো দি দিওঁ, তেওঁ আমাক কিমান অকৃতজ্ঞ বুলি ভাবিব।

মানিনী চৌধুৰী মহিলা সমিতিৰ সম্পাদিকা। মহিলা সমিতিখনৰ নাম "অগ্ৰগামী"। সেইটো বোলে এই অকণমানি নগৰখনৰ প্ৰখ্যাত মহিলা মানিনী চৌধুৰীয়ে দিয়া নাম। মানিনী

চৌধুৰী মানুহগৰাকী ওখ, বগা, শকত, জাকত থাকিলে জাকটোত জিলিকি থকা মহিলা। মুখখন অকণমান ৰ'দত থাকিলেই ৰঙাপৰি উঠে— ৰঙা গোলাপ পাহিৰ দৰে। চাৰিটা ল'ৰাছোৱালীৰ মাক মানিনী চৌধুৰীৰ ডাঙৰ ল'ৰাটো ক্লাছ টেনত পঢ়ে। স্বামী এচেম্ব্লীৰ মেম্বাৰ। কিন্তু স্বামীৰ সন্মান বা পদবীৰে নাম উজলোৱা মহিলা মানিনী চৌধুৰী নহয়। সেই বাবেই তেওঁ প্ৰায়েই বিশেষকৈ মহিলা সমিতিৰ কিবা সভা হ'লে বক্তৃতাত নাৰীৰ স্বামীসকলৰ কথা ক'বলৈ নাপাহৰে। সম্পূৰ্ণ বাক্যটো মোৰ প্ৰথমে মনত আছিল যদিও বাৰে বাৰে একেটা বাক্যকে কেবাবাৰো কেইবাখনো সভাত শুনি শব্দ কেইটা মনত ৰখাত অলপ ওলোটা ওভোতা হৈ পৰিছে ঃ— উজ্জ্বল যদি হোৱা সূৰ্য্যৰ দৰে হ'বা, জোনৰ দৰে নহয়। বাক্যফাঁকিৰ ভাৱটো ঠিক এনেকুৱা ধৰণৰে। মানিনী চৌধুৰীৰ শিক্ষা কিমান মই ভালকৈ নাজানো। মাৰ মুখত কেতিয়াবা শুনা মনত আছে, হাইস্কুলৰ পঞ্চম নে ষষ্ঠমান শ্ৰেণীলৈকে পঢ়া বুলি। মা আৰু মানিনী চৌধুৰী একেখন ঠাইৰে জীয়াৰী। গতিকে মানিনী চৌধুৰীৰ মাকৰ ঘৰখন মাই ভালকৈ জানে আৰু শিক্ষাৰ বিষয়েও ভালকৈ জানে। কিন্তু মানিনী চৌধুৰীক দেখিলে বা তেওঁৰ মুখৰ কথা শুনিলে তেওঁক আই-এ পাছ বা আই, এ লৈকে পঢ়া যেন লাগে। দুই এটা সুন্দৰ ইংৰাজী শব্দও কথাৰ মাজতে কয় কেতিয়াবা। কেতিয়াবা বক্তৃতাৰ মাজতে মানিনী চৌধুৰীয়ে এনেকুৱা বিখ্যাত লিখকৰ উদ্ধৃতি সুমুৱাই দিয়েহি শুনিলে আচৰিত হ'ব লাগে। অৱশ্যে বিষয় আৰু বক্তৃতাৰ সঙ্গতি ৰক্ষা তেওঁৰ কেতিয়াবাহে কৰা হয়। দেশত যদি কিবা সমস্যাৰ উৎপত্তি হয় তেতিয়া তেওঁ ব্যস্ত হৈ পৰিব—সভা পাতিব লাগে—প্ৰস্তাৱ গ্ৰহণ কৰিব লাগে। এখন ঘৰৰ গৃহিণীহৈ মানিনী চৌধুৰীয়ে ইমান সময় পায় ক'ত ভাবি মই আচৰিত হওঁ। কেতিয়াবা তেওঁ মাৰ আগত কয়ঃ বুজিছে বাইদেউ—চাওক মাত্ৰ দুটা চাকৰেৰে মই

ইমানখন ঘৰ বাহিৰত ঘূৰি ফুৰা মানুহজনীয়ে কেনেকৈ চলাওঁ। চৌধুৰীক ক'লে শুশুনে! কয়,

: তোমাক কোনে ঘূৰি ফুৰিবলৈ কৈছে?

চাওকচোন মুয়েই যদি দেশৰ কাৰণে নাভাবোঁ বা আপুনিয়ে যদি দেশৰ কাৰণে নাভাবে ভাবিব কোনে তেতিয়া হ'লে? কৈছোঁ নহয় আমাৰ দেশতহে পুৰুষে ইমান চল পাইছে মহিলাক। চাই থাকিব বাইদেউ আমি কিবা এটা কৰিম, নিশ্চয় কৰিম।

মোৰ আগতো তেওঁ কেতিয়াবা কিবা কিবি কয়। ডাঙৰৰ কথাত মাত মাতিব নাপায় বাবে মই মানিনী চৌধুৰীৰ কথাত এদিনো একো উত্তৰ নিদিওঁ। বৰকৈ লাগ বান্ধ নোহোৱাকৈ কথা কৈ থাকে বাবে মায়ে তেওঁক বৰ ভাল নাপায়। অৱশ্যে মুখত মিলিয়ে থাকে। কথাৰ মাজত একো উত্তৰলৈ বাট নোচোৱাৰ বাবে মই ভালেই পাওঁ— কথা নাপাতিলেও চলি যায়। মাত্র ধৈৰ্য্যৰে শুনি যাব লাগে। কিছুমান কথাত মাতিবৰ মন যায় যদিও মনে মনে থাকোঁ। মানিনী চৌধুৰীৰ লগত তৰ্ক কৰিবলৈ যোৱা আৰু বৰলৰ বাহত জুই দিবলৈ যোৱা একে কথা। যিবোৰ কথা আনৰ আগত কৈ মনটো শাঁত পেলাব নোৱাৰে সেইবোৰ কথা মোৰ আগত কৈ মনটো তেওঁ শাঁত পেলায়। ভাল শ্ৰোতা বুলি মোৰ নাম আছে।

কেতিয়াবা পাচদিনালৈ ক'ৰবাত ছোৱালী হাইস্কুলৰ বছৰেকীয়া অধিবেশনত বা পুৰস্কাৰ বিলাবলৈ মাতি থৈ যোৱাৰ বাবে তাত পাঠ কৰিবলৈ লিখা অভিভাষণো মোক চাই দিবলৈ কয়।

বীণুমা চাই দিয়াচোন অভিভাষণখন। ক'ৰবাত ভুল হ'লে শুধৰাই দিবা আৰু'। সোণালী কেপ'ৰ পাৰ্কাৰ পেনটো খুলি খুলি তেওঁ অভিভাষণখন মোৰ হাতত তুলি দি সন্মুখৰ মূঢ়াটোত বহি মোৰ মুখত কিবা প্ৰতিক্ৰিয়া সৃষ্টি হৈছেনে নাই চাই থাকে। ময়ো মাজে মাজে কিবা প্ৰতিক্ৰিয়া সৃষ্টি হোৱা যেন দেখুৱা-

বলৈকে মুখখন কেতিয়াবা কেতিয়াবা হঁহাৰ দৰে আৰু কেতিয়াবা আচৰিত হোৱা যেন দেখুৱাই পঢ়ি যাওঁ। তেনেকুৱা নকৰিলে উপায় নাই—মানিনী চৌধুৰীৰ দৃষ্টি—বিহলঙনীৰে বেমাৰীক জাৰি থাকোতে সৃষ্টি হোৱা যেন বেজৰ দৃষ্টি। পঢ়া শেষ হ'লে ক'ব: কেনে পালা ?

যদিও অভিভাষণখন 'পুৰুষৰ ভৰিৰ হেচাত আৰু কতকাল থাকিম'—এনেকুৱা ভাবেৰেই পৰিপূৰ্ণ, মই তথাপি কওঁ—ভাল হৈছে খুব ভাল হৈছে।

: বুজিছা, এই ইয়াৰ সাংবাদিক কেইটা বৰ স্বাৰ্থপৰ। মই কিমান সভাত বক্তৃতা দিওঁ কিন্তু এবাৰো মোৰ বক্তৃতাৰ অংশ তেওঁলোকে কাগজলৈ নপঠায়। কেতিয়াবা মাত্ৰ নামটোহে উল্লেখ কৰে। উস্ মই কেনেকৈ দহোবন কাতি কৰি থৈ সেইবোৰ মিছ্‌ নকৰাকৈ থাকোঁ! এদিন বুজিছা সেই শৰ্ম্মাৰ লগত লাগিলোঁ এখুন্দা —কিছুমানৰ কথা যে বখলা বখলে লিখিব পাৰা, মোৰখিনিৰ অকণমান লিখিবলৈকো ঠায়ে নাটেনে তোমাৰ ? পিচত কি চাবা, বাইদেউ বাইদেউকৈয়ে তৎ নাই। বুজিছা বীণুমা, মানুহবোৰ নিস্বাৰ্থ হ'বলৈ কেতিয়াকৈযে শিকিব আৰু ?

ইয়াৰ পিচত মানিনী চৌধুৰীৰ আদেশ মতে কাম কৰা মানুহ এটাই কেক্ এটুকুৰাৰে সৈতে একাপ চাহ মোৰ আগত দি থৈ যাবহি।

: খোৱাচোন বীণুমা তোমাক আক', এই বজাৰৰ কেকেৰেহে চাহ দিবলগীয়া হ'ল। মই ঘৰত নাথাকোৱে নহয়— সেইবাবে অসমীয়া পিঠা-পনা আজি কালি ঘৰত দেখিবলৈকে নোপোৱাৰ নিচিনা। মইও আক' সেইবোৰহে ভাল পাওঁ। কেক্‌ডোখৰ চোবাই খাওঁতে মুখৰ ভিতৰত পোৱা পুৰণি পুৰণি গোন্ধটো নাইকিয়া কৰিবলৈ লৰালৰিকৈ গৰম চাহ এঢোক গিলি দিওঁ। এই ছেগতে তেওঁ ভিতৰলৈ সোমাই গ'ল। চুটকেছ্‌ খোলাৰ কেৰেক্ কাৰাক শব্দ শুনিলোঁ। মই কলোঁ: মাহীদেৱে আক' ভিতৰত কি কৰিছেগৈ ?

ঃ ৰ'বা ৰ'বা—তোমাক কিবা এটা দেখুৱাওঁ। কথা কৈ কৈ মানিনী চৌধুৰী কোঠাৰ পৰা ওলাই আহিল। এজাপ কাগজ মোৰ আগত দেখুৱাই ক'লে ঃ এইবোৰ কি বাৰু কোৱাচোন। মই পৰিলোঁ বিপাণ্ডত। মনতে ভাবিলোঁ কি বুলি কম? প্ৰেম পত্ৰ? আধুনিক কবিতা? প্ৰবন্ধ? ৰন্ধন প্ৰণালী? নাই ঠিক ধৰিছোঁ—এইবোৰ তেওঁ বিভিন্ন সভাত দিয়া নিশ্চয় বক্তৃতাৰ টুকুৰা—অভিভাষণ। উত্তৰ দিলোঁ শেষৰটো বুলি। ক'বলৈহে পালোঁ পিঠিত চপৰিয়াই মানিনী চৌধুৰীয়ে মোক মৰমতে গিলি পেলাব খুজিলে। ইমানকৈ মৰম কৰাৰ বাবে কিবা এটা ভাল উত্তৰ দিবলগীয়া হ'ল। কেনেকুৱা সময়ত কাক কেনেকুৱা কথা ক'লে ভাল পায় তাৰ বিষয়ে সুন্দৰ জ্ঞান মোক মোৰ স্বৰ্গীয় দেউতাই দিছিল। মই উত্তৰ দিলোঁ—মাহীদেৱে দেখোন এইবোৰ ছপা কৰি—এখনি কিতাপকে উলিয়াব পাৰে?

ঃ ঠিক কৈছা। ঠিক কৈছা বৌণুমা। বুজিছা এইটো ভাব মোৰ বহুত দিনতেই হৈছিল। মহায়েৰাক ক'লত ক'লে ঃ এহ্ মোক এইবোৰ দিগদাৰ নিদিবা। মোৰ নিজৰ কামতে তৎ নাই। তুমিয়ে কোনোবা প্ৰকাশক ওলাই নেকি সুধি চাব পাৰা দেখোন।— স্থানীয় কেইবাজনো লিখকৰ কিতাপ প্ৰকাশ কৰা—বুক এজেঞ্চীৰ গৰাকীক সুধিলত ভাবি চাম বুলিহে ক'লে। মই কৈছোঁ টকা ময়েই দিম যি লাগে; তুমি মাত্ৰ প্ৰকাশকৰ নামটো লোৱা। বাৰু আকৌ এদিন সুধি চাব লাগিব নহয় জানো?

ঃ অঁ সুধিবচোন—তেওঁলোকে প্ৰকাশ কৰিব লাগে দেখোন?—মনতে ভাবিলোঁ—হে ভগৱান মানিনী চৌধুৰীয়ে বুক এজেঞ্চীৰ গৰাকীক যেন মই তেওঁক এই সুবুদ্ধিটো দিয়াৰ কথা নকয়।***

**সীমান্তত চীনৰ আক্ৰমণ হ'ল। সকলোৰে কঠিন সলনি হ'ল। আৰু বিশেষ ধৰণে মানিনী চৌধুৰীৰ জীৱনলৈ আহি পৰিল—নিজক প্ৰকাশ কৰাৰ তেওঁৰ দুৰ্ব্বাৰ বাসনা পূৰ্ণ কৰাৰ এক সোণালী

সুযোগ। এশ দুই ডিগ্ৰী জ্বৰতো নিজৰ দ্বিতীয় পুত্ৰক— বিচনাত এৰি থৈ তেওঁ পুৰা মহিলাসকলৰ সৈতে হ'মগাৰ্ড আৰু ৰাইফল চুটিং ট্ৰেইনিঙলৈ যাবলৈ নেৰিলে। কোনো কোনোৱে বাঃ বাঃ দিলে—এয়াহে প্ৰকৃত দেশপ্ৰেম! নিজে হ'মগাৰ্ড, ৰাইফল চুটিং ট্ৰেইনিং লোৱাৰ উপৰিও মহিলা সমিতিৰ—সম্পাদিকা হিচাবে "অগ্ৰ-গামী"ক জাগ্ৰত কৰি তোলাৰ দায়িত্বটোও মানিনী চৌধুৰীৰ ওপৰতে। গতিকে পুৰাৰপৰা গধুলিলৈকে ঘূৰিবই লাগিব। মহিলা সমিতি আহ্বান কৰিব লাগিব। দেশৰ জৰুৰী অৱস্থাৰ দোহাই দি মহিলা সমিতি আহ্বান কৰি বিৰাট সভা পাতিলে। তাত অতি আবেগ সানি মানিনী চৌধুৰীয়ে বক্তৃতা দিলে। দেশৰ এই জৰুৰী অৱস্থাত যে আমি একোলৈকে লোভ কৰিব নালাগিব তাকো বাৰে বাৰে ৰাইজক সোঁৱৰাই দিলে। সকলোৱে ধৈৰ্য্যসহ নিজৰ নিজৰ কৰ্ত্তব্য কৰি যোৱা উচিত। নগদ ডেৰঘণ্টা সময় মানিনী চৌধুৰীয়ে বক্তৃতা দিলে। আধা ঘণ্টা মানলৈকে হাত চাপৰিৰ জাউৰি উঠিছিল যদিও পিচলৈ গুণগুণনিৰ বাদে আৰু হাতচাপৰিৰ মাত শুনিবলৈ পোৱা নগ'ল। ৰাইজৰ মনস্তত্ব বুজিব পাৰিয়েই নেকি বক্তৃতাৰ সুৰ সলনি কৰি মানিনী চৌধুৰীয়ে দেশৰ হকে ৰাইজক প্ৰাণ দিবলৈ আহ্বান জনাই বক্তৃতাৰ সামৰণি মাৰিলে। * * *

* * স্কুল কলেজত যেতিয়া এন, চি, চি আদি বাধ্যতামূলক কৰি পেলোৱা হ'ল তেতিয়া তেওঁৰ টেনত পঢ়া ডাঙৰটো ল'ৰা দীপে স্কুলৰ পৰা ঘূৰি আহি কিতাপজাপ টেবুলত থৈয়েই মাকক চিঞৰিবলৈ লাগিল : মা-মা আমি সকলো ছাত্ৰই এন, চি, চি লব লাগিব মা। যুদ্ধ লাগিলে আমি বোলে যুদ্ধলৈকো যাব লাগিব পাৰে। কিমান আনন্দৰ কথা নহয় মা। হে ভগবান যুদ্ধলৈ যাবলৈ পালেই হয়—চীনাসোপাক দিম এসেকা—আমাক চিনি পোৱা নাই!

মানিনী চৌধুৰীয়ে দুদিনৰ আগতে হৈ যোৱা সভাখনৰ খবৰ-টোকে উৎসাহেৰে কাগজত পঢ়ি আছিল, দীপে কোৱা কথাখিনিৰ

হুই এটা এন, চি, চি আদি শব্দহে তেওঁৰ কাণত পৰিছিলগৈ ।

: কি হ'ল দীপ ? কি এন, চি, চিৰ কথা কৈছ ? দীপে যেতিয়া সকলো কথা ক'লে তেতিয়া নিৰুৎসাহেৰে তেওঁ উত্তৰ দিলে : নালাগে তই এন, চি, চি ল'ব। এইটো কেটেঙা গাৰে তই পাৰিবি যুদ্ধ কৰিব ? যুদ্ধ কৰিবলৈ আৰু কত আছে। তই যুদ্ধ নকৰিলেও দেশখন ৰ'ব দে !

: মই নিৰঞ্জন, বুলুহঁতৰ সৈতে একেলগে কাইলৈ নাম লিখাম বুলি আজি চাৰক কৈ থৈ আহিলোঁ ।

: নালাগে নালাগে দে। দেউতাৰাই ডঃ হাজৰিকাৰ পৰা তই যে ফিজিকেলি আন্ ফিট্ সেইটো লিখাই আনিব আৰু তই সেইখন চাৰ্টিফিকেট তহঁতৰ চাৰক দিবিগৈ বুজিছ। দীপৰ মনটো মৰি গ'ল— লগৰ ল'ৰাহঁতৰ আগত সি তাৰ মাকে দেশক যে কিমান ভাল পায় সেইটো কৈ গৌৰৱ বোধ কৰিছিল !

* * দেশৰ অৱস্থা বেছি সংকটাপন্ন হৈ উঠিবলৈ ধৰিলে। চীনে আজি টোৱাং, কালিলৈ ৱালং, পৰহিলৈ ব'মদিলা আদিকৈ এখন এখনকৈ ঠাই দখল কৰি আহিবলৈ ধৰিলে। বাইজৰ মন নিৰাশাৰে ভৰি পৰিল। যিমানে মানুহে চীনা আহিলে যুদ্ধ কৰিম সুদাই নেৰো বুলি ভাবিলে সিমানে ওচৰৰ ঠাইৰপৰা পৰিয়াল নি নি নিৰাপদ ঠাইত থবলৈ আৰম্ভ কৰিলে। মানিনী চৌধুৰীৰ মনলৈ যদিও আশা-নিৰাশাৰ ভাব আহিবলৈ ধৰিলে মনৰ বল তেওঁ হেৰুৱাই নেপেলালে ।

দেশৰক্ষাৰ বাবে, জোৱানৰ সহায়ৰ বাবে আৰু যুদ্ধকালীন অৱস্থাত কি কৰা উচিত আদিৰ বিষয়ে আলোচনা কৰিবলৈ যিবিলাক সভা হৈছিল সেইবিলাক সভাতো মানিনী চৌধুৰীক দেখিবলৈ পোৱা গ'ল। সযতনে অযতন কৰি পিন্ধা সাধাৰণ উকা পাটৰ মেখেলা আৰু ঠেক পাৰীৰ চাদৰৰ সৈতে মুখত ৰাজ্যৰ চিন্তা লৈ, কেতিয়াবা

বক্তৃতাৰ মাজতে মৃতজোৱানৰ কথাকৈ এসোঁতা দুসোঁতা চকুপানী টোকাও দেখা গ'ল।

এদিন সকলোৱে শুনিবলৈ পালে গভৰ্ণমেণ্টে দেশৰক্ষাৰ বাবে ৰাইজৰ পৰা সোণ ভিক্ষা কৰিছে। ঃ দেশ থাকিলে সোণ পুনৰ ঘূৰি আহিব। কিন্তু দেশখন গ'লে যিমানে সোণ থাকক তোমাৰ কামত নাহে।

দেশখনেই ডিঙিৰ সোণৰ হাৰ—এইবোৰ কথা মানিনী চৌধুৰীয়ে মহিলা সমিতিৰ সভ্যাসকলৰ আগত সোণ দানৰ কথা কওঁতে কৈছিল। ইয়াৰ উত্তৰ মানিনী চৌধুৰীৰ মুখে মুখে কোনেও দিয়া নাছিল যদিও আঁৰে আঁৰে কোনোৱে কৈছিল ঃ দেশৰ কাৰণে যদি সোণ দিব লাগে এনেই দিম, দেশৰক্ষাৰ পিচত পুনৰ যে গঢ়াই লব পাৰিম সেইটো আশা কৰি নহয়। কত সাধনাৰ মূৰত আমাৰ নিচিনাবোৰে এটা সোণৰ অলঙ্কাৰ গঢ়াই লওঁ—তোমালোকৰ কথা বেলেগ—দেশ ৰক্ষাৰ বাবে সেইকণ ইন্ধন যোগোৱা কিমান গৌৰবৰ কথা। দেশৰ কাৰণে বহুতৰ হাতৰ আঙুলিৰপৰা আঙঠি, ডিঙিৰ পৰা দুগ্‌দুগী, চেইন খহি পৰিল। গৰাকীয়ে দান দিওঁতাসকলৰ নামৰ এখন লিষ্ট কৰি সম্পাদিকা মানিনী চৌধুৰীৰ হাতত দি ক'লে ঃ আপুনি নিদিলে যে বাইদেউ?

নিজৰ ডিঙিত পিন্ধি থকা চেইনডালৰ জকমকীয়া ৰঙা বগা বাখৰৰ কাচিজোন যেন গঢ়ৰ লকেটটো হাতেৰে পিটিকি মানিনী চৌধুৰীয়ে উত্তৰ দিলে ঃ এই ডাল মই যোৱা মাহত গঢ়াই লৈছোঁহে একেবাৰে নতুন হৈয়ে আছে। তাৰ পিচত আঙুলিত পিন্ধি থকা জেঠি নেজীয়া আঙঠিটো সোঁহাতেৰে পিটিকি পিটিকি ক'লে ঃ এইটো মোৰ জোৰোণত দিয়া আঙঠি, তেখেত চৌধুৰীয়ে জানিলে বৰ বেয়া পাব। বাৰু মই ঘৰত চাই কিবা এটা দি দিম। আপোনালোকৰখিনি গোটোৱা হ'ল নহয়?

ঃ এই অলঙ্কাৰখিনি কাৰ হাতত জমা দিয়া হ'ব ? কোনোবাই পিচপিনৰ পৰা প্ৰশ্ন কৰিলে।

ঃ কিয় প্ৰধানমন্ত্ৰীৰ হাতত ? পৰহিলৈ বোলে প্ৰধানমন্ত্ৰী তেজপুৰ আদি ভ্ৰমণ কৰি এইখিনিত উপস্থিত হ'বহি। তেতিয়া এখন ৰাজহুৱা সভা হ'ব। সেই সভাতে প্ৰধানমন্ত্ৰীৰ হাতত আমি এই সোণখিনি দান দিম। কথাখিনি মানিনী চৌধুৰীয়ে ক'লে আৰু সকলো সন্মত হ'ল।

* * ঘৰলৈ গৈ মানিনী চৌধুৰীয়ে বিচনাত দীঘল দি পৰিলগৈ—বৰ ভাগৰ লাগিছে। দেশৰ কাৰণে কিমান যে কাম কৰিব লগা হৈছে! বিচনাত শুই শুই মানিনী চৌধুৰীয়ে নিজৰ গোটেই অলঙ্কাৰ খিনিকে মনত পেলালে। কি দিব বহুপৰ গুণা গঁথা কৰি কৰি এটা বস্তু ঠিক কৰি পেলালে। ঢুগ্‌ঢুগীধাৰ বহুতদিনৰ পুৰণি, কিন্তু তাত সোণ বেছি নাই বাখৰবোৰো ঢেলা হৈ পৰিছে। ইবোৰ সোণৰ অলঙ্কাৰত সোণও বেছি আছে আৰু তাৰ প্ৰতি মোহটোও দেখোন বেছিকৈ আছে। ঠিক আছে ঢুটা সোণৰ মণিৰে সৈতে ঢুগ্‌ঢুগীধাৰকে দি দিয়া হ'ব। কথাটো নিজে নিজে ঠিক কৰি বিচনাৰ পৰা জাপমাৰি উঠোতেই ঘপক্‌কৈ মিঃ চৌধুৰী আহি তেওঁৰ সন্মুখতে ওলালহি। তেওঁ ক'লেঃ শ্বিলঙৰ পাইন মাউণ্টৰ পৰা সৰু ল'ৰা-ছোৱালীহালে চিঠি দিছে। স্বামীলৈ চাই মানিনী চৌধুৰীয়ে সুধিলেঃ শ্বিলঙত বাৰু কিবা ভয়ৰ কাৰণ আছে নেকি ?

ঃ কিটো ভয়ৰ কাৰণ আছে ? শ্বিলঙত কিবা হ'বলৈ হ'লে তোমাৰ এইখন ঠাই ৰক্ষা পৰিব বুলি ভাবিছা নেকি ? সিহঁতক ঘৰলৈ আনিয়ে বা ক'ৰ কেকোৰা গাঁতত ভৰাই থবা ?—কথা শুনি মানিনী চৌধুৰী তাৰপৰা আঁতৰি গ'ল।

* * * চৌধুৰী দায়িত্ব সম্পন্ন লোক। জৰুৰী অৱস্থাত এইখন ঠাই শান্তিত ৰখাৰ দায়িত্ব তেওঁৰো অতি বেছি। কামত ব্যস্ত থাকোতে তেওঁ ঘৰুৱা বহুত কথাই পাহৰি থাকে। সেইদিনা

ভাত খাই থাকোতে তেওঁৰ মনত পৰিল তেওঁৰেই সমপৰ্য্যায়ৰ লোক দত্তৰ ঘৰত বোলে সৰু ল'ৰাটোৰ জন্ম দিবস কালিলৈ। কথাটো পত্নীক ক'লে। নিমন্ত্ৰণী কাৰ্ডটোও আগবঢ়াই দিলে। মানিনী চৌধুৰীয়ে ক'লে : কথাটো মোৰ মনত আছিল, আজিলৈকে নমতা দেখি বেয়াহে লাগিছিল। অৱশ্যে তেওঁলোকে আমাৰ নিচিনা লোকক যদি নিমন্ত্ৰণ নকৰে কাক কৰিব? মানিনী চৌধুৰীৰ চকু মুখত গৌৰৱৰ এক হাঁহি উজলি উঠিছিল।

* নিৰ্দ্দিষ্ট দিনত প্ৰধান মন্ত্ৰী আহি নগৰত উপস্থিত হ'লহি। বিৰাট সভা বহিল। সভাৰ সন্মুখলৈ বিশিষ্ট অতিথিসকলৰ বাবে থোৱা আচুতীয়া আসনত স্বামীসহ মানিনী চৌধুৰীকো দেখা পোৱা গ'ল। সযতনে অযতন কৰি বন্ধা খোপা আৰু শুদ্ধ বগা নেখেলা-চাদৰেৰে কপালৰ ৰঙা ফোঁটটো ট-ট কৈ জিলিকি আছিল। জান নাজানকৈ আজি মানিনী চৌধুৰীয়ে ওঁঠত লিপষ্টিকো লগাইছে সম্ভৱ। বহি থাকোতে কোলাত এটা মধ্যমীয়া ক'লা বেগো আছিল। প্ৰধান মন্ত্ৰীয়ে বক্তৃতা দিলে। সভাৰ কাম বহুতখিনি আগবাঢ়ি গ'ল। পিচত সভাতে বহুতে সোণ আৰু টকা দান কৰিলে। মাজতে এবাৰ প্ৰধান মন্ত্ৰীৰ কাষলৈ মানিনী চৌধুৰী বেগসহ উঠি গ'ল। প্ৰধান মন্ত্ৰীৰ কাষত বহি থকা মন্ত্ৰী এজনাই তেওঁক চিনাকি কৰি দিলে—এম, এল, এ মনোহৰ চৌধুৰীৰ পত্নী মানিনী চৌধুৰী। প্ৰধান মন্ত্ৰী আৰু মানিনী চৌধুৰীৰ মাজত নমস্কাৰৰ সলনা-সলনি হ'ল। তাৰ পাচত যত্নেৰে লুকুৱাই পিন্ধি যোৱা পুৰণিদিনীয়া তুগ্‌তুগীধাৰ ডিঙিৰপৰা খুলি ইখিনি অলঙ্কাৰৰ লগত মিলাই আগ-বঢ়াই দিলে। প্ৰধান মন্ত্ৰীয়ে অলঙ্কাৰখিনি মানিনী চৌধুৰীৰ হাতৰ পৰা হাত পাতি লওঁতে ফ্লেছকেমেৰাৰ পোহৰ কেইবাফালৰপৰা প্ৰধান মন্ত্ৰী আৰু মানিনী চৌধুৰীৰ গাত পৰা কথা মানিনী চৌধুৰীয়ে গম পালে। মানিনী চৌধুৰীয়ে তেতিয়াই তাতে মনতে ভাবিলে হওক কাগজত কালিলৈ তেওঁৰ ছবি প্ৰকাশ পাব—আনৰ লৈতে

নহয় স্বয়ং প্ৰধান মন্ত্ৰীৰে সৈতে। কতৰ চকু পুৰিব দেখি! আনন্দতে তেওঁ সমজুৱাৰ হৈ মহিলাৰ ফালৰপৰা তুআষাৰ বক্তৃতাও দিলে। আনন্দতে ৰাতিলৈ চাৰ্কিট হাউচত প্ৰধান মন্ত্ৰীক নগৰৰ পৰা দিয়া ভোজ সভাতো মানিনী চৌধুৰী স্বামীৰে সৈতে উপস্থিত থাকিল। আহিবলগীয়া দিনটোৰ কথা ভাবি মানিনী চৌধুৰীৰ মনটো উথল-মাথল লাগি থাকিল।

কিন্তু পুৱাটো যেনেদৰে আশা কৰিছিল তেনেদৰে নাহিল— মানিনী চৌধুৰীৰ জীৱনলৈ। যিমান আশাৰে তেওঁ খবৰ কাগজ কেইখন চাইছিল সিমান নিৰাশাৰে তেওঁৰ মনটো বিতৃষ্ণাৰে ভৰি পৰিল। ছবিবোৰত কেৱল প্ৰধান মন্ত্ৰীহে উঠিছে। এখনত প্ৰধান মন্ত্ৰীয়ে সোণ গ্ৰহণ কৰি থকা অৱস্থাত; তাত মাত্ৰ মানিনী চৌধুৰীৰ হাতৰ ঠাৰি তুটাহে উঠিল। সোঁহাতত পিন্ধি থকা ঘড়িটো স্পষ্টকৈ উঠিছে। তেওঁ মনে মনে ভাবি বেজাৰ কৰিলে: ছিঃ মিছায়ে আইতাৰ দিনৰ পুৰণি তুগ্‌তুগীধাৰ দি দিয়া হ'ল! মিউজিয়ামত দিয়া হলেও নামটো থাকি গ'লহেঁতেন।

দুপৰীয়া খাই বৈ উঠাৰ পিচত স্বামী নিজৰ কামলৈ ওলাই যোৱাৰ পিচত সেইদিনা মানিনী চৌধুৰীয়ে ভাবিলে: আৰু কিবা সুযোগ আহিব জানো? স্বামীৰ পদবীৰ কথা ভাবি মনে মনে ভাবিলে: সূৰ্য্য হ'ব যেতিয়া নোৱাৰিলোঁৱেই চন্দ্ৰ হোৱাত আপত্তি নিশ্চয় নাই।

কেইবাজনো মন্ত্ৰী পদচ্যুত হোৱাৰ কথা শুনা গৈছে—এই কেইদিনত। তেওঁৰ স্বামীৰ ভাগ্যত যদি মিলেই কিবা এটা! ছেঃ, নতুন ইলেক্‌চন্‌টোলৈকো আৰু বহুত দিন বাকী!

ৰামধেনু
অক্টোবৰ '৬৩

× × ×